

# ডাম্-ফী

স্মৃতিগ্ৰন্থ

কেন্দ্ৰীয় মে-ডাম-মে-ফী

৩০ আৰু ৩১ জানুৱাৰী ২০১৬

উত্তৰ লক্ষীমপুৰ

সম্পাদনা

ড° কিৰণ ফুকন

সম্পাদনা সহযোগী

চাও সঞ্জীৱ কোঁৱৰ, ড° মৃদুল বুঢ়াগোহাঁই

# সম্পাদনা সমিতি



চাও চন্দ্ৰেশ্বৰ দুৱৰা
সভাপতি



ড° কিৰণ ফুকন
সম্পাদক



চাও সঞ্জীৱ কোঁৱৰ
সহযোগী সম্পাদক



ড° মৃদুল বুঢ়াগোহাঁই
সদস্য



চাও দুলেন কুমাৰ গগৈ
সদস্য



নাং পিংকী কোঁৱৰ
সদস্যা



নাং পল্লৱী বৰুৱা
সদস্যা

# ডাম্-ফী

## স্মৃতিগ্ৰন্থ ঃ লক্ষীমপুৰ কেন্দ্ৰীয় 'মে-ডাম্-মে-ফী'



ত্যাগক্ষেত্ৰ, উত্তৰ লক্ষীমপুৰ
৩০ আৰু ৩১ জানুৱাৰী ২০১৬

*শ্ৰদ্ধা আৰু শুভেচ্ছাৰে —*

...................................................................................................

........................................................ *ৰ হাতত তুলি দিলো*

সম্পাদক

# ডাম্-ফী

স্মৃতিগ্ৰন্থ ঃ লক্ষীমপুৰ কেন্দ্ৰীয় 'মে-ডাম্-মে-ফী' ২০১৬

প্ৰকাশক ঃ উদ্‌যাপন সমিতি

প্ৰকাশ কাল ঃ ৩১ জানুৱাৰী, ২০১৬

সম্পাদনা সমিতি

চাও চন্দ্ৰেশ্বৰ দুৰৰা, সভাপতি

ড° কিৰণ ফুকন, সম্পাদক

চাও সঞ্জীৱ কোঁৱৰ, সহযোগী সম্পাদক

ড° মৃদুল বুঢ়াগোহাঁই, সহযোগী সম্পাদক

চাও দুলেন গগৈ, সদস্য

নাং পিংকী কোঁৱৰ, সদস্যা

নাং পল্লৱী বৰুৱা, সদস্যা

বেটুপাতৰ পৰিকল্পনা ঃ অনুপম গগৈ

অঙ্গ সজ্জা ঃ সম্পাদক

মুদ্ৰণ ঃ এঞ্জেল অফচেট, বজাৰ তিনিআলি, উত্তৰ লক্ষীমপুৰ

# সূচীপত্ৰ




তৰুণ গগৈ

মুখ্যমন্ত্ৰী, অসম
গুৱাহাটী
দিছপুৰ
২১-১-২০১৬

প্ৰসঙ্গ নং ................ তাৰিখ ঃ .....................

## শুভেচ্ছাবাণী

উত্তৰ লক্ষীমপুৰ নগৰৰ ত্যাগক্ষেত্ৰত অহা ৩০ আৰু ৩১ জানুৱাৰী তাৰিখে দুদিনীয়াকৈ কেন্দ্ৰীয়ভাৱে 'মে-ডাম-মে-ফি' উৎসৱভাগৰ আয়োজন কৰা হৈছে বুলি জানিব পাৰি নথৈ সুখী হৈছো। উৎসৱটিৰ লগত সংগতি ৰাখি 'ডাম-ফী' নামেৰে এখন স্মৃতিগ্ৰন্থ প্ৰকাশৰ ব্যৱস্থা কৰা কথাটিয়ে মোক অধিক আনন্দিত কৰিছে।

লক্ষীমপুৰ কেন্দ্ৰীয় 'মে-ডাম-মে-ফি, ২০১৬'ৰ সফলতা আন্তৰিকতাৰে কামনা কৰাৰ লগতে এই উপলক্ষে প্ৰকাশ পাবলগীয়া 'ডাম্-ফী' শীৰ্ষক স্মৃতিগ্ৰন্থখনি সৰ্বসমাদৃত হ'ব বুলি আশা কৰিলো।

(তৰুণ গগৈ)

প্ৰতি,

*ড° কিৰণ ফুকন*
*সম্পাদক*
*ডাম-ফী (স্মৃতিগ্ৰন্থ)*




বিস্মিতা গগৈ
মন্ত্ৰী, সাংস্কৃতিক পৰিক্ৰমা বিভাগ
অসম চৰকাৰ

প্ৰসঙ্গ নং ................ তাৰিখ ঃ .....................

## শুভেচ্ছাবাণী

জয়জয়তে 'লক্ষীমপুৰ কেন্দ্ৰীয় মে-ডাম্-মে-ফী ২০১৬' ৰ উদ্‌যাপন সমিতিৰ বিষয়ববীয়া সকললৈ সাংস্কৃতিক অভিনন্দন জ্ঞাপন কৰিছো আৰু উৎসৱটিৰ সফলতা কামনা কৰিছো। অনুষ্ঠানটিৰ লগত সংগতি ৰাখি 'ডাম্-ফী' শীৰ্ষক এখনি স্মৃতিগ্ৰন্থ প্ৰকাশ কৰিবলৈ লোৱা বুলি জানিব পাৰি নথৈ সুখী হৈছো। আশা কৰো স্মৃতিগ্ৰন্থখনিত প্ৰকাশিত তথ্যভিত্তিক লিখনীয়ে পঢ়ুৱৈসকলক উপকৃত কৰিব।

প্ৰতি,
*ড° কিৰণ ফুকন*
*সম্পাদক*
*ডাম-ফী (স্মৃতিগ্ৰন্থ)*

২৪/০২/২০১৬

(বিস্মিতা গগৈ)
মন্ত্ৰী, সাংস্কৃতিক পৰিক্ৰমা বিভাগ
অসম চৰকাৰ

# সম্পাদকীয় ..

বিজ্ঞান প্ৰযুক্তিৰ কাৰিকৰী কৌশলে ক্ৰমাৎ দ্ৰুতিগতিৰে প্ৰভাৱ বিস্তাৰ কৰি সমগ্ৰ পৃথিৱীখনক যেন এখন গাঁৱত পৰিণত কৰিছে বিশ্বায়ন (Globalization) ৰ পৰিৱৰ্তনৰ পৰিধি বৰ্তমান মানুহৰ সৰ্বাত্মক চিন্তাজগতলৈ সম্প্ৰসাৰিত হৈছে। তেনেস্থলত কিছুমান সাংস্কৃতিক প্ৰমূল্যবোধ সময়ৰ গতিধাৰাত হেৰাই যোৱাৰ উপক্ৰম হৈছে আৰু এটা সময়ত নিঃশেষ হৈ যোৱাৰ সম্ভাৱনাই সংস্কৃতিবান মানুহক চিন্তিত কৰি তুলিছে। পিতৃ পুৰুষক স্মৰণ কৰি চোৱাৰ অৱকাশো বিশ্বায়নৰ প্ৰভাৱত ক্ৰমাৎ নোহোৱা হৈ পৰা পৰিলক্ষিত হৈছে। ফলস্বৰূপে প্ৰকৃতাৰ্থত একো একোটা জাতিৰ অস্তিত্ব লোপ পোৱাৰ উপক্ৰম ঘটিছে। এনে সন্ধিক্ষণত প্ৰয়োজনীয়তা আহি পৰিছে জাতিসত্তাৰ মূল বিচাৰি চোৱাৰ।

জাতি সত্তাৰ যাই পৰিচয় লুকাই থাকে ভাষা আৰু সাহিত্যৰ সম্পদ ৰাজিৰ মাজত। ভাষা আৰু সাহিত্য এটা আনটোৰ পৰিপূৰক। সাহিত্যই সমাজ জীৱন আৰু জাতীয় জীৱনৰ আৱেগ-অনুৰাগ, মনন-চিন্তন, উত্থান-পতনকে ধৰি দৈনন্দিন জীৱনৰ একোখনি প্ৰতিনিধিত্ব মূলক ছবি ধৰি ৰাখে আৰু ভাষাই বহন কৰে তাৰ ভাৱ-সৌন্দৰ্য ব্যক্তিৰ পৰা ব্যক্তিলৈ, জাতিৰ পৰা জাতিলৈ, বিশ্বৰ প্ৰান্তৰ পৰা প্ৰান্তলৈ। ভাষা সাহিত্যৰ মহত্ব প্ৰকাশ পাই জাতিসত্তাৰ উত্তৰণত। বিভিন্ন কাৰণত ভাষা এটা হেৰাই যাব পাৰে বা লোপ পাব পাৰে। কিন্তু সংৰক্ষিত কৰিব পাৰিলে সাহিত্যই যুগ যুগলৈ সেই ভাষাৰ মাধুৰী বুকুত সামৰি জগত সভাত বিলাই যাব পাৰে। সেইবাবেই বৰ্তমান আহোমসকলৰ 'টাই ভাষা' যুগৰ পৰা হেৰাই গ'লেও অনেক সাহিত্যিক নিদৰ্শন আছে বাবেই ভাষা হিচাপে আলোচনা-বিলোচনা কৰাৰো থল আছে।

আহক আমি টাই আহোমসকলৰ সাহিত্য কৰ্মৰ মাজেৰে 'জাতিসত্তা'ৰ মূল বিচাৰি চাওঁ। পুনৰুজীৱিত কৰো আহোম জাতি। ছশ বছৰীয়া শাসনেৰে ইতিহাস ৰচনা কৰা আহোম জাতিক জগত সভাত শক্তিশালী ৰূপত প্ৰতিষ্ঠা কৰি আহক আমি 'বৰ অসম' গঢ়াৰ সপোনৰ বাস্তৱ ৰূপ দিওঁ।

(ড° কিৰণ ফুকন)

# উদ্‌যাপন সমিতিৰ মুখ্য সম্পাদকৰ একাষাৰ ...

*জয়জয়তে 'কেন্দ্ৰীয় মে-ডাম্-মে-ফি ২০১৬ উৎসৱৰ মুখ্য সম্পাদক হিচাপে দায়িত্বভাৰ এই অভাজনৰ হাতত ন্যস্ত কৰাৰ বাবে সমূহ জ্ঞাতিবৰ্গক ধন্যবাদ জ্ঞাপন কৰিছো। স্বৰ্গৰ দেৱতা লেঙদনকে প্ৰমুখ্য কৰি সকলো দেৱদেৱী আৰু স্বৰ্গগত পুলিন পুথাওসকলৰ স্মৃতি তৰ্পন অনুষ্ঠান মে-ডাম-মে-ফি উৎসৱ কেন্দ্ৰীয়ভাৱে উত্তৰ লক্ষীমপুৰ নগৰত প্ৰতি বছৰে উদ্‌যাপিত কৰি অহা হৈছে। এই অনুষ্ঠানৰ লগত জড়িত হৈ থাকি যিসকল ব্যক্তি ইতিমধ্যে স্বৰ্গগামী হ'ল তেখেতসকলৰ আত্মাৰ সদ্‌গতি কামনা কৰিছো আৰু যিসকল ব্যক্তিৰ অৱদানে 'লক্ষীমপুৰ কেন্দ্ৰীয় মে-ডাম-মে-ফি' উৎসৱটিক চহকী কৰিছে তেখেতসকললৈ আন্তৰিক শ্ৰদ্ধা নিবেদিছো।*

*মুখ্য সম্পাদক হিচাপে দায়িত্ব লোৱাৰে পৰা অনুষ্ঠানটিৰ সফলতাৰ বাবে নিজকে সমৰ্পিত কৰিছো বুলি এই অভাজনে বিশ্বাস কৰে। অৱশ্যে জ্ঞাত-অজ্ঞাত ভুল ত্ৰুটি ৰৈ যাব পাৰে বাবে ৰাইজৰ ওচৰত ক্ষমা ভিক্ষা মাগিছো। ২০১৬ বৰ্ষৰ কেন্দ্ৰীয় মে-ডাম্-মে-ফি অনুষ্ঠানটি সৰ্বতো প্ৰকাৰে সফল কৰি তুলিবলৈ উদ্‌যাপন সমিতিৰ সকলো বিষয়ববীয়াই ঐকান্তিকতাৰে চেষ্টা চলাইছে। সেয়েহে উদ্‌যাপন সমিতিৰ সমূহ দায়িত্ববাহী জ্ঞাতিকে ধন্যবাদ জ্ঞাপন কৰিছো।*

*যিসকল শুভাকাঙ্খী ব্যক্তি আৰু অনুষ্ঠান-প্ৰতিষ্ঠানৰ আৰ্থিক আৰু কায়িক সহযোগীতাৰ বাবে এই অনুষ্ঠান ভাগী সফল হৈছে সকলোকে আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছো। এই সুযোগতে আন্তৰিকতাৰে কৃতজ্ঞতা আৰু ধন্যবাদ জনাইছো উদ্‌যাপন সমিতিৰ মুখ্য উপদেষ্টা চাও ঘন বুঢ়াগোহাঁই ডাঙৰীয়াক যাৰ সঠিক দিগ্‌দৰ্শণৰ বাবে আজি আমি লক্ষ্যত উপনীত হব পাৰিছো। উদ্‌যাপন সমিতিৰ অধীনস্থ উপ-সমিতি সমূহৰ সমূহ বিষয়ববীয়াই নিষ্ঠাৰে নিজৰ দায়িত্ব পালন কৰি যোৱাৰ বাবে সংশ্লিষ্ট সকলোকে কৃতজ্ঞতা জ্ঞাপন কৰিছো।*

*সুদীৰ্ঘ ছশ বছৰ জোৰা শাসনেৰে ইতিহাস সৃষ্টি কৰা আহোম জাতি বৰ্তমান বহুক্ষেত্ৰতে পিছপৰা। এই জাতিৰ অস্তিত্ব বৰ্তমান সংকটাপন্ন। আহোম জাতিক বিশ্ব দৰবাৰত পুনৰ শক্তিশালী ৰূপত প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত সকলো জ্ঞাতি বৰ্গকে ঐক্যবদ্ধভাৱে কাম কৰিবৰ বাবে আহ্বান জনাইছো আৰু এই ক্ষেত্ৰত উপাস্য দেৱদেৱী আৰু স্বৰ্গগত পুলিন পুথাও সকলৰ আশীষ বিচাৰিছো। আহক, আমি স্বকীয়তা অটুত ৰাখি অসমৰ সকলো জাতি-জনজাতিৰ লগত সমন্বয়ৰ জৰীৰে বান্ধ খাই চাওলুং ছুকাফাৰ 'বৰ অসম' খন পুনৰ গঢ়ি তুলো।*

**যুগল গগৈ**
মুখ্য সম্পাদক
লঃ কেন্দ্ৰীয় মে-ডাম্-মে-ফি, উঃ লঃ

# আই চিং লাও

## (প্ৰাৰ্থনা)

(১)
চাও নুব্ধ চাও কাও ঐ
চাও নুব্ধ চাও কাও ঐ
চাও নুব্ধ কাও ঐ
ফ্ৰাতু চিং ফ্ৰং হুং
ফালাই বেত ফা পিন হুং
ফালাই বেত ফা পিন ৰেত
ফ্ৰা ফুৰা ব্ৰা আলং চিকিয়া
ৰা নিপান বঞ মৌ চাও কাও ঐ

(২)
চাও কাও ঐ
পাক পেঞ কা কা চুন চেউ খাম চয়
মা লুং মৌং নাম না ঐ
হেউ পাং মুত ছী খ্ৰিং জাউ ছুক না
(ম মুল) বোঁ মুন ছেঞ জী নাং লুক এম খু
বঞ মৌ চাও কাও ঐ।।
চাও কাও ঐ

(৩)
আ কে খেঞ আই কে খাম আই ছাং চিং
ম' ছিংফা ম'লাও খ্ৰী পু জাক জী
মৌং তী জাছিংফা ছেং খাম কন তুন মান
ম' ব্ধ ম' চিং কন তুন মান
ম' ব্ধ ম' চিং তুন মান
ম' ছাম ম'ছাই কন তুন মান
ছাম এ মৌং বাই জিম কন
থুক তাং লাই বঞ মৌ চাও কাও ঐ।
চাও নুক চাও কাও ঐ।।
চাও নুক চাও কাও ঐ।।
চাও নুক চাও কাও ঐ।। 

# মে-ডাম্-মে-ফি
# এক অনন্য পৰম্পৰা

*ড° বীৰেন্দ্ৰ কুমাৰ গোঁহাই*

বৃহত্তৰ তাই জাতিৰ সকলো লোকেই উপৰি-পুৰুষৰ পূজা পাতে যদিওবা পূজা-সেৱাৰ বিভিন্ন ৰূপ দেখা পোৱা যায়। তাই আহোম জনগোষ্ঠীৰো উপৰি-পুৰুষৰ পূজা ধৰ্মৰ এক অবিচ্ছেদ্য অংগ আৰু এক তাই পৰম্পৰা। মানুহ মৰি দেৱতা হয় এই তত্বই উপৰি-পুৰুষৰ পূজাৰ মূল ভেটি। মানুহ মৰি নৰকলৈ নাযায় - স্বৰ্গলৈহে যায় কাৰণ তাই-আহোমৰ মাজত নৰকৰ স্থিতি নাই। অন্যান্য তাইসকলে বৌদ্ধধৰ্মৰ দ্বাৰা প্ৰভাৱান্বিত হৈ পূৰ্ণজন্ম আৰু নৰকত বিশ্বাস কৰে আৰু গতিকে বৌদ্ধ জাতকসমূহত নৰকৰ বিৱৰণ পোৱা যায়। পূৰ্ণজন্ম বা অৱতাৰ-বাদ হ'ল হিন্দুধৰ্মৰ এক গভীৰ তত্ব।

আহোমসকলৰ মৃতকক ফী বা দেৱতা বোলা হয় আৰু ফী-ডাম অৰ্থাৎ গৃহ দেৱতা হিচাপে পৰম্পৰাগত ধৰ্ম মানি অহা আহোমৰ ঘৰত এই গৃহ দেৱতা অৰ্থাৎ ডাম-ফী সকলক পূজা কৰে। ঘৰৰ জীৱিত মূৰব্বী ব্যক্তিজনৰ মৃত পিতৃ-মাতৃক ন-ডাম, ককাদেউতা আৰু বুঢ়ী আইতা (পুথাও-মেথাও)ক ঘাই ডাম আৰু আজু ককা আৰু আজু আইতাক ছি-ৰেণ-ডাম অৰ্থাৎ পুৰণা গৃহ দেৱতা হিচাবে পূজা কৰা হয়। অবিবাহিত ল'ৰা-ছোৱালী , কেচুঁৱা, সন্তানহীন মানুহৰ মৃতক-দেৱতাক জাকৰুৱা ডাম বোলাহয়। ছি-ৰেণ-ডামৰ ওপৰ স্তৰৰ মৃতক দেৱতা খাই-ডাম-চিৰেণ ডাম বোলা হয়। মৰা লগ লগোৱা অনুষ্ঠান আৰু নপুৰুষীয়া সকামে প্ৰাচীনতম গৃহ-দেউ ডাম-ফি)ক মৰ্ত্ত্যৰ বান্ধোন চিঙি স্বৰ্গলৈ যোৱাৰ পথ প্ৰশস্ত কৰে। পাৰিবাৰিক ডাম-পূজাত কেৱল পৰিয়ালটোৰ ঘনিষ্ঠ উপৰিপুৰুষ সকলৰহে পূজা হয় তেনে নহয় - বৰঞ্চ এই সকলৰ লগতে স্বৰ্গৰ দেৱ-দেৱী যেনে লাংকুৰি, জানচাই হুং, লেংডন, যা-চিং-ফা, ফী লাৰেঙৰো পূজা হ'ব পাৰে। পাৰিবাৰিক ডাম-ফি অনুষ্ঠানত ৰান্ধনিঘৰৰ মূল খুটাৰ (ডাম-খুটা বা ফ'কাম) স্থিতি গ্ৰহণ কৰা গৃহ দেৱতাসকলক ডাম-পাতি বিভিন্ন নৈবেদ্য আগবঢ়োৱা হয়। লুক-লাও অৰ্থাৎ ঘৰতে প্ৰস্তুত কৰা মদ নিশ্চয়কৈ আগবঢ়াব লাগে। ব্লক-ছিং-ফা (চিংকাৰা) ফুল আৰু তামোল দিয়ে। ওখ ফুন বা মেহেঙাত নৈবেদ্য আৰু তামোল আদি ৰাখে।

আঘোন মহীয়া ন-খোৱা অনুষ্ঠানত ডাম-ফী পতা হয়। মাঘ বিহুত ডামপূজা পাতি একেধৰণৰ নৈবেদ্য দিয়ে। ইয়াক পয় দ্যিন-ছাম বোলা হয়। ব'হাগ বিহুত পতা ডাম পূজাক পয় দ্যিন-ৰুক বোলা হয়।

তাইসকলেনো এনেদৰে উপৰি-পুৰুষৰ পূজা কিয় পাতেঃ-

"চালেও নাৰাখে, বেৰেও নাৰাখে
নাৰাখে - ত্ৰিদশৰ দেও।
ঘৰদেওয়ে নাৰাখিলে
ৰাখোতা নাই আৰু কেও।।"

উপৰি-পুৰুষে ৰক্ষণাবেক্ষণ দিয়ে আৰু অপায়-অমংগল দূৰ কৰে। প্ৰকৃততে উপৰিপুৰুষৰ পূজা মৃতক সদস্যৰ প্ৰতি স্নেহ, প্ৰীতি আৰু ভক্তি (Filial piety) ৰ পৰিচায়ক। প্ৰকৃততে এক যৌথ পৰিয়ালত বসবাস কৰা সদস্যসকলে জীৱিত-অৱস্থাত মৰম-চেনেহ, শ্ৰদ্ধা-ভক্তিৰ এনাজৰীৰে বান্ধি ৰাখিবলৈ সদায়ে প্ৰয়াস কৰে। গতিকে ইজনক সম্বোধন কৰোতে 'দেউ' শব্দটো ব্যৱহাৰ কৰে। যিহেতু মৰি দেৱতা হয়, স্বাভাৱিকতে ইয়াৰ বিপৰীত কথাটোৱো সত্য। অৰ্থাৎ স্বৰ্গৰ পৰা জীৱ পঠালেহে মানুহ জনম লয়। মৃত্যুৰ পিছত মৃতক সকলক দেৱতা জ্ঞান কৰি একেধৰণৰ সন্মান তথা স্নেহপ্ৰীতি শ্ৰদ্ধা প্ৰদৰ্শন কৰাটোৱেই হ'ল গৃহ-ডামসকলক পূজা কৰাৰ মূল উদ্দেশ্য। ঘৰৰ মৃতক দেৱতাই পৰিয়ালটোক ৰক্ষা কৰে। গতিকে তেওঁলোকহে মুখ্য - অন্য দেৱ-দেৱী গৌণ। এই চিন্তাধাৰাই হ'ল মৃতকক গৃহ-দেৱতা হিচাবে পূজা কৰাৰ মূলভেটি।

ডামসকলক আহ্বান কৰি গোৱা বন্দনা-গীতে ফী-ডাম তথা গৃহ-দেৱতাসকলৰ গুৰুত্ব প্ৰকট কৰে। তাৰে এটি বন্দনা তলত উল্লেখ কৰা হ'ল ঃ-

**ন-ডামক আহ্বান কৰাৰ বন্দনা গীত**

ভালবোলে ঘাই ডাম, চিৰেণ ডাম, জাকৰুৱা ডাম্ আৰু ন-ডাম। আগেয়ে আছিলা মনিষ এতিয়া হ'লা দেওঁ, ভৱ নদী পাৰ হৈ নিচিনিলা কেও। দেহা এৰি দেৱতা হ'লা। এই ভূ-ভাৰস্তত তোমালোকৰ সতি-সন্ততি, পো-বোৱাৰী, নাতি-নাতিয়াল এৰি থৈ গৈছা। আজি হেন বাৰে বছৰেকীয়া খেন

খাও দিয়া হৈছে। পুৰণি বছৰ গৈ নতুন বছৰ সোমাইছে।
পুৰণিয়েই নতুন হৈছে, নতুনেই পুৰণি হৈছে। কাতি মাহ গৈ
আঘোণ মাহ সোমাইছে। নতুন বছৰ বুলি ন-ভাত, ন-শাক,
ন-নামলাও, ন-তামোল, ন-ফুল, ন-পাণে এজনীকৈ সচোঁৱা
বুঢ়ী কুকুৰা পাত-মেহেঙা ভাগি যোৱাকৈ দিয়া হৈছে। য'ত
পুত্ৰ ত'ত পূজা, তাকে নকৰিলে শাস্ত্ৰই দুৰাচাৰ বুলি কয়।
পুত্ৰ লাগে পূজিবলৈ, জী লাগে দানলৈ। এই সেৱা ভাগতে
সন্তুষ্ট হৈ ঘৰখনত যিখিনি আছে,
শিৱ-জীৱ, কৰুলা-কপিলা,
দাস-দাসী, ল'ৰা-ছোৱালী, সৰুটিৰ
পৰা বৰটিলৈকে ঘৰখনৰ ভিতৰত থকা সকলোখিনিকে নিৰ্ব্বিঘ্ন,
হাবিৰ চিনা জোকে নোখোৱাকৈ,
ইকৰা পাতে গা নকটাকৈ, শত্ৰুক
ক্ষয় কৰি মিত্ৰক জয় কৰি,
জোঙা শুলক ভোটা কৰি
ধাম-ধুঙলি বান্ধি ৰক্ষা কৰি
থাকিব লাগে।
বিহু উপলক্ষে ডাম পূজাত গোৱা বন্দনা
ভালেবোলে ঘাই ডাম, ন-ডাম, জাকৰুৱা ডাম্, চিৰেণ ডাম,
আগেয়ে আছিলা মনিচ্, এতিয়া হ'লা দেও, ভৱ নদী পাৰ হৈ
নিচিনিলা কেও। দেহা এৰি দেৱতা হৈ গৃহডাম্‌ৰূপে
ঘৰখনক ৰক্ষা কৰি আছা! আম খাই গুটি ভূ-ভাৰস্থত থৈ
গৈছা, তোমালোকৰ সতি-সন্ততি স্বৰূপে আজি ব'হাগৰ বিহু
বুলি তোমালোকক স্মৰণ কৰি এই সেৱাভাগি ফুলে-তামোলে,
বিহুৰ বৰ পিঠা, বৰা সান্দহ, গুৰে-নাম লাওৰে সৈতে বৈ
বৈ যোৱাকৈ আগবঢোৱা হৈছে। বিহু বুলি গৰুটি ধুউৱা

হৈছে মহ'টি ধুউৰা হৈছে, মানুহেও ৰং-ৰহইচ কৰি লাহনীৰে পানী ছটিয়াই ইজনে-সিজনক গা ধুৱাই আনন্দ কৰিছে। এই সেৱা ভাগিতে তুষ্ট হৈ ঘৰখনৰ ভিতৰত যিখিনি আছে সৰুটিৰ পৰা বৰটিলৈকে, ল'ৰা-ছোৱালী, দাস-দাসী, সবাওটিকে, নিগলৰ ৰৌ-ৰমলি, বেমাৰ-আজাৰ, পীড়া-পিষ্টি দূৰ কৰি আগলৈকে অনুজ্বল বস্তু উন্নতি ঘটাই ৰাজঘৰে-বেজঘৰে সু-কথা, সু-বুদ্ধি লগ দিয়াই সন্তোষতে কাল নিয়াবলৈকে আশীৰ্বাদ কৰি থাকিব লাগে। চালে নেৰাখে, বেৰে নেৰাখে, নাৰাখে ত্ৰিদশৰ দেওঁ। ঘৰৰ ডাম্-দেৱতাই নাৰাখিলে ৰাখোতা নাই কেও। সাপে নাখায়, বাঘে নাখায়, যমেও থাকে ডৰায়। যাৰ থাকে মৰামৃতকৰ সহায়। জোঙা শূলকে ভোটা কৰি, শত্ৰুক ক্ষয় কৰি মিত্ৰক জয় কৰি আগলৈকে তোমালোকৰ নাম যশস্যা উজাই-বোৱাললৈগে আশীৰ্বাদ কৰিব লাগে।

**ঘাই ডামক বন্দনা**

ছাঙ্ নাই চাও কাও ঐ (তিনিবাৰ)। নুক্ টু ডাম্ টি ৰেণ্ ডাম্ ডাম্ নক্ চক্ খক্ টাই পায় পিন ডাম। টিপ মৌ পয় পিন্ ডাম্ চাও মৌ পয় পিন ফী, চাও টুঙ্ ডাম্ মৌ চয় কুম। ঙী টুঙ্ ডাম্ মৌ চয় খেন ছাঙ্ নাই চাও কাও ঐ।

ভাবাৰ্থ ঃ হে উপৰিপুৰুষ, মৃতক ঘাই ডাম্‌দেৱতা, মুগাৰ দৰে পচা শৰীৰ এৰি দেৱতা হ'লা। হে স্ৰজন পিতা, মৃতক দেৱতা, দহদিনৰ পিছত দহা উৎসৱৰ দিন দেৱতা হ'লা। হে স্ৰজন পিতা, মৃতক দেৱতা দহদিনৰ পিছত মহা উৎসৱৰ দিন ধৰি তুমি গৃহ ডাম্‌ৰূপে থাকি পিছত উন্নীত হৈ গৃহ ঘাই ডাম্‌দেৱতাৰূপে ধৰণী ধৰি ৰক্ষা কৰি আছা! হে গৃহডাম্, ঘাই ডামদেৱতা!

**চিৰেণ ডাম্‌ক বন্দনা কৰা মন্ত্ৰ**

চাঙ নায় চাও নূ-ৰূ চাও কাও ঐ (তিনিবাৰ)। পূ-ছি-ৰ্যেন-টী লিক,
জা-ছী-ৰ্যেন টী, জুক-পু-টা লাক, যা টা লাক্। পু-ঐ-পু-আ যাক্
জা মন, ফা-ৰুক্ মৌ চয় খেন্ ছাঙ
নাই চাও কাও ঐ।

ভাৱাৰ্থ ঃ- হে উপৰিপুৰুষ, পিতৃ-মাতৃ গৃহ ডাম্‌দেৱতা, গৃহ ডাম্ খুঁটাৰ শেষ ঢাকত উপবিষ্ট হৈছা, হে পিতৃ-মাতৃ। ওপৰৰ দুৱাৰ দলিত জিৰণি লৈ আছা হৈ উপৰি পিতৃ-মাতৃ গৃহ ডাম্ দেৱতা।

ছাঙ্ নাই চাও কাও ঐ (তিনিবাৰ)। ডাম্ থাও, ডাম্ বাও,
ডাম্ কাণ্ ঙি কাণ, ডাম্ চাও ফেউক ডাম্, ডাম লি খা লি
খি ডাম্ টাঙ্ লাই খা ঐ ছাঙ্ নাই চাও কাও ঐ।

ভাবাৰ্থ ঃ হে উপৰিপুৰুষ, মৃতক বৃদ্ধ-বৃদ্ধা, ডেকা-গাভৰু, ডাঙৰ-সৰু, ল'ৰা-ছোৱালী, কেঁচুৱা-আবিয়ৈ অপ্ৰাকৃতিক মৃতকসকল।

**ন ডাম্ বা অন্ মৌ ডাম্‌ৰ বন্দনা**

ছাঙ্ নাই চাও কাও ঐ (তিনিবাৰ)। অন্ মৌ ডাম্, টি ৰেণ্
ডাম্ ডাম্ নক্ ছ, খক্ টাই পিন্ ডাম্ ছাঙ্ চাও
কাও ঐ।

ভাবাৰ্থঃ- হে উপৰি পুৰুষ, ন-গৃহ ডাম্ দেৱতা পিতৃ-মাতৃসকল। তোমালোকে দেহা এৰি দেৱতা হ'লা। দহ দিনৰ পিছত গৃহ ডাম্ ৰূপে নকৈ স্থান পাইছো। হে পিতৃ-মাতৃ মৃতক দেৱতাসকল।

স্বৰ্গদেউ চাওলুং ছুকাফাই আৰম্ভণি কৰা ৰাজকীয় তথা ৰাজহুৱা মে-ডাম-মে-ফি আহোম ৰাজত্বকালত চলি আছিল। পিছত অঞ্চল ভিত্তিত এই উৎসৱ পালন কৰিবলৈ ধৰে। ডামক পূজা কৰাৰ উপৰিও স্বৰ্গৰ দেৱতাসকলক পূজা কৰা হয়। আমাৰ উপৰি-পুৰুষৰ প্ৰতি সেৱা জনাই এই লেখনি সামৰিলো। ❑❑

# আহোম যুগৰ শক্তি পূজা

*ড° বীৰেন্দ্ৰ নাথ বৰঠাকুৰ*

অসমলৈ অহা আহোমসকলৰ ধৰ্ম্ম কি আছিল সেইটো আজিও বহুতৰ বাবে সমস্যামান বিষয় হৈয়ে আছে। কোনোৱে কয়, তাও ধৰ্ম্মৰ মানুহ কোনোৱে কয় বৌদ্ধ। এইটো ঠিক যে তেওঁবিলাক মূলতে বিখ্যাত জ্ঞানী, দাৰ্শনিক লাওৎচেৰ পন্থা তাওধৰ্ম্মৰ অনুগামী আছিল। লাওৎচে কনফুছিয়াছতকৈ ৫৩ বছৰৰ আগৰ। তেওঁৰ দৰ্শন মূলতে দুটা ধৰ্ম্মৰ ওপৰত প্ৰতিষ্ঠিত-তাও (way) আৰু তেহ (virtue)। তাও অসীম, অনন্ত, সৰ্ব্বব্যাপী ব্ৰহ্ম। আহোমসকলৰ ফা-ত্ৰা (তাও) পূৰ্ণ ব্ৰহ্মই। গতিকে তেওঁবিলাক তাও ধৰ্ম্মী বুলি ভাবিবৰ থল আছে। ব্ৰহ্মদেশৰ বিষয়ে বিশেষজ্ঞ ছাৰ জৰ্জ্জ স্কটে আকৌ কৈছে উত্তৰ ব্ৰহ্ম আৰু দক্ষিণ চীনত খৃঃ পূঃ তিনিশ চনতে বৌদ্ধধৰ্ম্ম প্ৰচাৰ হৈছিল। টাইসকল খৃষ্টীয় পঞ্চম, ষষ্ঠ শতিকাতহে নামি আহিছিল, গতিকে বৌদ্ধ হোৱাৰ সম্ভাৱনাও নোহোৱা নহয়। কিন্তু অসমত সোমাই, হিন্দু ধৰ্ম্মৰ সংস্পৰ্শলৈ আহি হিন্দু ধৰ্ম্মত দীক্ষিত হোৱাৰ আগলৈকে যিখিনি ৰীতি-নীতি মানি চলাৰ প্ৰমাণ পোৱা যায়, তাৰপৰা এইটোকে ঠাৱৰ কৰিব পাৰি যে আহোমসকল ধৰ্ম্ম বিষয়ত অতি উদাৰ আছিল আৰু ধৰ্ম্মমতৰ কোনো গোড়ামি নাছিল। চুকাফাই বৰাহীসকলৰ তীৰ্থক্ষেত্ৰ চৰাইদেওত বগা ঘোঁৰা বলি দি ৰাজ্য স্থাপন কৰিছিল। শুদ্ধ বৌদ্ধধৰ্ম্মী হোৱা হলে নিশ্চয় এনে নকৰিলেহেঁতেন। তদুপৰি অনেক স্বৰ্গৰ দেৱ-দেৱীক পূজা কৰাৰ কথাও জনা যায়। পিচৰ যুগৰ বৌদ্ধ ধৰ্ম্মত অন্য তান্ত্ৰিক প্ৰক্ৰিয়াৰ স্থান থাকিলেও দেৱতাৰ স্থান নাই। তাও ধৰ্ম্মত প্ৰকৃতি অৰ্থাৎ মহাশক্তিৰ উপাসনাৰ স্থান আছে। সেইবাবেই বোধকৰোঁ অসমত আহোম ৰাজ্যৰ পাতনিতে পূৰ্বৰ কছাৰী-ভূঞা-চুটীয়াৰ শক্তিপীঠসমূহক স্বীকৃতি দি ৰজাঘৰীয়া সাহায্য আগবঢ়াইছিল।

চুডাংফা বা বামুণীকোঁৱৰ (১৩৯৭-১৪০৭) দিনৰ পৰাই আহোম ৰাজগৃহত হিন্দু দেৱতাই ঠাই পায়। লক্ষ্মীনাৰায়ণ শালগ্ৰাম এই সময়তে সোমায়। দুৰ্গা মহামায়াই আহোম ৰাজশক্তিৰ হাতত শেহৰ পিনেহে প্ৰাধান্য লাভ কৰে। দিহিঙ্গীয়া ৰজাৰ দিনত চুটীয়া ৰজাৰ ৰাজধানী শদিয়া অধীনলৈ আহে। ইয়াৰ পিছৰপৰা লোক-পৰম্পৰা অনুসাৰে কেঁচাইখাতী গোঁসানীক পূজা দিবলৈ ধৰে। লালুকসোলা বৰফুকনে ভোটাই ডেকাক শদিয়াৰ দেওঘৰলৈ দিব খুজিছিল। জনপ্ৰিয় প্ৰতাপসিংহ স্বৰ্গদেৱৰ আয়ুস কামনা কৰি প্ৰজাই কৈছিল — "স্বৰ্গদেৱৰ সলনি আমাৰে এশ নৰবলি শদিয়াৰ আইলৈ দিমহঁক, তেওঁ স্বৰ্গদেও কুশলে থাকক।" দিখৌমুখৰ ৰাম খা পীঠতো ইতিমধ্যে ৰজাঘৰীয়া পৃষ্ঠপোষকতা আগবঢ়োৱা হৈছিল। দিহিংমুখৰ দেউৰী-চুটীয়া দেওশাললৈকো ৰজাঘৰীয়া স্বীকৃতি দিয়া হৈছিল। ইয়াৰ বাহিৰে আহোমসকলে জা-চিংফা (বুঢ়ী গোঁসানী), খাও-খাম (লক্ষ্মী) আদি দেৱীশক্তিক পূজা কৰিছিল।

অতি পুৰণি কালৰে পৰা অসমত দশভূজা, অষ্টভূজা দেৱীৰ পূজা চলি থকাৰ প্ৰমাণ পোৱা যায়। শিৱসাগৰৰ শিৱদ'লৰ ভাস্কৰ্য্যত ষোড়শভূজা দুৰ্গাৰ মূৰ্ত্তি কিছুমানো দেখা যায়। আহোম ৰজাসকলৰ প্ৰতাপসিংহই পোণপ্ৰথমে মাটিৰ প্ৰতিমা সজাই দুৰ্গা পূজা কৰে। এই পূজা প্ৰথমতে ধৰ্ম্মমূলক নাছিল; উৎসৱমূলকহে আছিল। কোচ ৰাজধানীত ৰাজসিতকাৰে কৰা পূজাৰ কথা সোন্দৰ গোঁহাইৰ মুখত শুনি মৰঙ্গিয়াল খনিকৰক পঠিয়াই মাটিৰ প্ৰতিমা সাজিবলৈ আৰ্হি অনাইছিল। বুৰঞ্জীত আছে —

"তাৰেপৰা দেৱীঘৰত মৃন্ময় মূৰ্ত্তিত পূজা চলিল।" তেতিয়াৰে পৰা অব্যাহতভাৱে আহোম ৰাজগৃহত বছৰি শাৰদীয় দুৰ্গা পূজা অনুষ্ঠিত হৈছিল। গদাধৰসিংহৰ হিন্দুধৰ্ম্ম আৰু পূজা-পাতলৰ প্ৰতি অনাসক্তি থাকিলেও তেওঁ ৰাজধানীত দুৰ্গা পূজা পাতিবলৈ অনুমতি দিছিল। পূৰ্ণানন্দ বুঢ়াগোঁহাইৰ দিনত দুৰ্গা পূজাত বছৰি ১৫,০০০ টকা ব্যয় কৰা হৈছিল। ইয়াৰ বিপৰীতে আটাইবোৰ আহোমীয়া অনুষ্ঠানত মাত্ৰ ১৮০০ টকা খৰছ কৰিছিল। অৱশ্যে স্বৰ্গদেও ৰুদ্ৰসিংহৰ দিনলৈকে অস্থায়ী দেৱীঘৰতহে পূজা অনুষ্ঠিত হৈছিল। এইজনা ৰজাই জয়সাগৰ পুখুৰীৰ পশ্চিম পাৰে ইটাৰে এটা দেৱীঘৰ সাজে। তেতিয়াৰে পৰা ৰংপুৰত ৰাজধানী থকালৈকে দেৱীঘৰতে পূজা অনুষ্ঠিত হৈছিল। ৰুদ্ৰসিংহৰ দিনত ত্ৰিপুৰাৰ কটকী ৰামেশ্বৰ ভট্টাচাৰ্য্য আৰু উদয়নাৰায়ণ বিশ্বাসক অষ্টমী পূজাৰ দিনা দেৱীঘৰত ঠাকুৰাণী দৰ্শন কৰোৱাৰ কথা আৰু ৰজায়ো ঠাকুৰাণীক সেৱা কৰি আহি নাট মন্দিৰৰ টুপত বহাৰ কথা ত্ৰিপুৰা বুৰঞ্জীত উল্লেখ আছে। ৰজা কিন্তু আউনিআটী সত্ৰৰ শিষ্য বৈষ্ণৱ আছিল।

আহোম ৰাজগৃহত বছৰেকীয়া দুৰ্গাপূজাৰ উপৰিও অনেক আহোম প্ৰজাৰ মাজত লোকাচাৰ মতে এক বিশেষ শক্তি পূজা ঠাই বিশেষত এতিয়াও চলি আছে। কল-পটুৱা, কেচামাটি বা পিঠাৰে সৰুকৈ সজা মূৰ্ত্তিৰ আগত এই পূজা কৰা হয়। ইয়াকে সুবচনী পূজা বোলে। নামনি অসম আৰু বঙ্গদেশৰ পূজাতকৈ এই পূজাৰ পদ্ধতি সুকীয়া। সুবচনী দুৰ্গা মহামায়াই। সুবচনীক ৰাজধৰণী, সংসাৰধৰণী, সৃষ্টিৰ মাতৃ, জগতৰ ঈশ্বৰী আই বুলি পূজে। বুঢ়ী সুবচনীয়ে শদিয়াত কেঁচাইখাতী বুলি, নীলাচলত কামাখ্যা বুলি আৰু ঠায়ে ঠায়ে সুকীয়া সুকীয়া নামেৰে পূজা লয়। পূজাত ছাগলী, হাঁহ, পাৰ, কুকুৰা বলি দিয়ে। আহোম দেউৰীয়ে পূজা কৰে।

ইয়াৰ বাহিৰেও আহোম-পদ্ধতিৰে কেঁচাইখাতী, লখিমী আৰু সৰস্বতীৰ পূজা কৰে। কেঁচাইখাতীলৈ ক'লা ছাগলী, হাঁহ, কুকুৰা; লখিমীলৈ কুকুৰা তিনিটা; গোঁসানীলৈ বগা ছাগলী, হাঁহ, কুকুৰা আৰু সৰস্বতীলৈ কুকুৰা তিনিটা লাগে। ইয়াৰ উপৰিও কিছুমান শক্তিপূজাৰ ব্যৱস্থা আছিল।

স্বৰ্গদেও শিৱসিংহই পোণতে কৃষ্ণৰাম ভট্টাচাৰ্য্যৰ পৰা শক্তি-মন্ত্ৰ গ্ৰহণ কৰে। এওঁৰ দিনতে অসমত শাক্ত মতৰ প্ৰচলন আৰম্ভ হয়। শক্তিপীঠসমূহৰ বাহিৰে অন্য ঠাইত শাক্ত মন্দিৰ নাছিল। আহোম যুগৰ আগতে জনাজাত কেঁচাইখাতী, তাম্ৰেশ্বৰী, কামাখ্যাপীঠৰ বাহিৰে প্ৰায় আটাইবোৰ মন্দিৰেই শেহৰ আহোম ৰজাসকলৰ দিনত নিৰ্ম্মিত। শিৱসিংহৰ দিনত শিৱসাগৰৰ দেৱী দ'ল, গৌৰীসাগৰৰ দেৱী দ'ল, উগ্ৰতাৰা মন্দিৰ স্থাপিত হয়। প্ৰমত্তসিংহৰ দিনত শিলঘাটৰ কামাখ্যা মন্দিৰ, ৰাজেশ্বৰ সিংহৰ দিনত ৰংপুৰৰ হৰগৌৰী দেৱালয়, দীৰ্ঘেশ্বৰী মন্দিৰ, নাতি-গোঁসাইৰ দ'ল, নেঘেৰিটিঙৰ পঞ্চদেৱতাৰ মন্দিৰ, লক্ষ্মীসিংহৰ দিনত হাজোৰ জয়দুৰ্গা মন্দিৰ, গৌৰীনাথসিংহৰ দিনত বুঢ়ীগোঁসানীৰ দেৱালয়, ছত্ৰাকাৰ দেৱালয় নিৰ্ম্মিত হয়।

শাক্তধৰ্ম্ম গ্ৰহণৰ পৰিপ্ৰেক্ষিতত ঘটা অনেক ঘটনা বুৰঞ্জীত সংৰক্ষিত হৈছে। লক্ষ্মীসিংহৰ দিনৰ "বৰপাহী বুৰঞ্জী"ত ৰংপুৰত দেৱীঘৰত দুৰ্গা পূজা হওঁতে পূজাৰীয়ে প্ৰসাদৰ বাবে কাজিয়া কৰাৰ কথা উল্লেখ আছে। আহোম ৰাজ্যত শাক্ত ধৰ্মৰ কঠিয়া সিঁচা পৰ্বতীয়া গোসাঁইৰ কাৰ্য-কলাপ আৰু শাক্ত ধৰ্মৰ গইনা লৈ ৰাজনীতিৰ পাশাখেলত যোগ দিয়াৰ কথাও "বৰপাহী বুৰঞ্জী"ৰ পৰা জনা যায়। ❑❑

# জাতীয় চেতনাবোধ আৰু আহোমসকল

☞ শ্ৰীদেৱ জ্যোতি চেতিয়া

প্ৰাচীন কালৰ পৰাই ভাৰতবৰ্ষৰ উত্তৰ-পূব কোণত থকা এই অঞ্চলটোত বিভিন্ন জাতি জনগোষ্ঠীয়ে বসবাস কৰি আহিছে। মহাভাৰতৰ যুগৰ পৰাই এই অঞ্চলত প্ৰাচীন 'কামৰূপ' নামেৰে এখন শক্তিশালী ৰাজ্য আছিল বুলি জনা যায়। এই বৃহৎ ৰাজ্যখন গঠনৰ ক্ষেত্ৰত বিভিন্ন জাতি ও জনগোষ্ঠীয় বংশসমূহৰ অৱদান থাকিলেও কোনো সময়তেই এই বংশধৰসকলে নিজা নিজা কৃষ্টি সংস্কৃতি ও সভ্যতা পৰিহাৰ কৰি এক জাতিত পৰিণত হোৱা নাছিল। ৰাজনৈতিক আৰু সামৰিক পৰাক্ৰমৰ ফলস্বৰূপে কেতিয়াবা কেতিয়াবা এই জাতি জনগোষ্ঠীবোৰে ইটোৱে সিটোক পৰাধীন কৰিলেও কোনো এটা গোষ্ঠীয়ে তেতিয়াৰ পৰা এতিয়ালৈকে নিজস্ব জাতীয় চেতনাবোধ বৰ্তাই ৰাখিছে।

'জাতীয় চেতনাবোধ' শব্দটো আজিকালি সঘনাই উচ্চাৰণ হোৱা দেখা যায়। মানুহৰ জ্ঞান বুদ্ধি বৃদ্ধি হোৱাৰ ফলত বিভিন্ন ক্ষেত্ৰত উন্নতি হোৱাৰ দৰে, পৃথিৱীৰ প্ৰতিটো জাতি জনগোষ্ঠীৰ নিজস্ব 'গোষ্ঠীগত সত্তা'ৰ ধাৰণাও বৃদ্ধি হবলৈ ধৰিছে। খুউব সম্ভৱ, অসমত জাতীয় চেতনাবোধৰ ধাৰণাটো স্বাধীনতা সংগ্ৰাম আৰম্ভ হোৱাৰ পৰাই উদ্ভৱ হোৱা বুলি ভাবিব পাৰি। যদিও বহুসময়ত শক্তিশালী মোগল সকলৰ বিৰুদ্ধে স্থানীয় জাতি জনগোষ্ঠীয় ৰাজ্য সমূহে আহোমৰ লগ হৈ অস্ত্ৰ ধৰিছিল এক অসমীয়া সংস্কৃতি গঢ়ি তুলিলেও স্বাধীনতা লাভৰ কিছু বছৰ আগৰ পৰা এই সুকীয়া ধাৰণাটো তীব্ৰতৰ হৈ পৰিছিল।

অসমৰ ইতিহাস নানা গৌৰৱ গাঁথাৰে ভৰপুৰ। অতীতৰ অসমৰ জাতীয় জীৱনলৈ লক্ষ্য কৰিলে দেখা যায় যে জাত-পাত নিৰ্বিশেষে অনেক বীৰ-বীৰাঙ্গনা দেশ প্ৰেমিক এই সুজলা সুফলা শস্য শ্যামলা অসম দেশৰ বাবে আত্মবলিদান দি গ'ল। এই সকলৰ ভিতৰত সতী জয়মতী, মূলা গাভৰু, বীৰ লাচিত বৰফুকন, মনিৰাম দেৱান, পিয়লি ফুকন, কনকলতা, কুশল কোঁৱৰ আদিৰ নাম লব পাৰি যিসকলৰ স্বদেশ প্ৰেম আছিল জাতীয় চেতনাৰে উজ্জীৱিত। তেখেতসকল আছিল অসম আৰু অসমীয়াৰ জাতীয় চেতনাৰ অক্ষয় কীৰ্তি আৰু জাতীয় সচেতনতাৰ পৰিচায়ক।

কিন্তু অসমীয়া জাতি গঠনৰ গুৰি বঠা ধৰোতা আহোমসকলৰ মাজত জাতীয় চেতনাভাৱৰ অভাৱ হৈছে নেকি ? নিজে প্ৰতিষ্ঠা কৰাৰ মাতৃভূমিতে আহোমসকলে নিজা ভাষা, সংস্কৃতি, পৰম্পৰা বাদ দি বিজতৰীয়া হব বিচাৰিছে নেকি ? বিদেশী ভ্ৰমণকাৰীয়ে ও প্ৰশংসা কৰি যোৱা আহোমৰ শৌৰ্য-বীৰ্য আজি ম্লান হৈ গৈছে নেকি ? মে-ডাম-মেফিৰ প্ৰাক ক্ষণত এনে চিন্তাবোৰে সচেতন আহোমসকলক বাৰুকৈয়ে বিচলিত কৰে। জাতীয় চেতনা ভাৱ হৈছে আত্মাৰ অনুভৱ, ই বাহিৰৰ পৰা জাপি দিয়া বস্তু নহয়। নিজ মাতৃভূমিৰ লগতে, নিজ জাতিৰ প্ৰতি সচেতনতাৰ ভাৱ নাথাকিলে, কেতিয়াও এজন ভাল দেশ প্ৰেমিক হব নোৱাৰি। এইখন অসমতে, নিজকে দেশপ্ৰেমিক সজায়, দেশদ্ৰোহ কৰা লোক অনেক আছে। এনে ক্ষণত, বৰ অসমৰ ভেটি গঢ়োতা আহোমসকলৰ দায়িত্ববোধ বা চেতনাবোধ বেছি হব

লাগিছিল। দেখুৱাব পাৰিব লাগিছিল, নিজৰ জাতীয় ঐক্যতাৰ পৰিচয়। কিন্তু তাৰ বিপৰীতে আ কৰিছো কি? সকলোৰে চকুৰ আগত দেখি আছে, চাই আছে, কিন্তু জাতিৰ এই অৱক্ষয়ত বাধা দিবলৈ কাৰো সময় নাই।

তুলনামুলকভাৱে লক্ষ্য কৰিলে এটা কথা অনুভৱ হয় যে, অসমত বৰ্তমানে বসবাস কৰা নান জাতি জনগোষ্ঠী ও ধৰ্মীয় সম্প্ৰদায়ৰ মাজত নিজৰ ভাষা, সভ্যতা সংস্কৃতিৰ প্ৰতি যি তীব্ৰ চেতনাবো বিৰাজমান, তাৰ তুলনাত বৃহত্তৰ আহোম সম্প্ৰদায়ৰ মাজত সেই ঐক্যতা, মিলাপ্ৰীতি, আপোন ভাৱ অভাৱ দেখা যায়। এটা জাতি উন্নতিৰ জখলাত বগাবলৈ হলে প্ৰত্যেক ব্যক্তিয়েই হাতে হাত মিলাই আগুৱাব লাগিব। প্ৰত্যেকেই অনুধাৱন কৰিব লাগিব নিজৰ আপোন ভাষা, কৃষ্টি সংস্কৃতিৰ সাৰমৰ্ম কিন্তু, ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক তথা অৰ্থনৈতিক ক্ষেত্ৰতেই হওঁক অসম ৰাজ্য প্ৰতিষ্ঠাত চাওলুং ছ্যুকাফাৰ বংশৰ আহোমসকলৰ মাজত এই আবেগ অনুভূতি, মিলাপ্ৰীতি সহৃদয়তা আৰ সহনশীলতা ভাৱৰ অভাৱ ঘটিছে। বিখ্যাত লিখক তথা ভ্ৰমণকাৰী চিহাবুদ্দিন তালিছে তেওঁৰ গ্ৰ 'ফাথিয়া-ই-ইব্ৰিয়াত' আহোমসকলৰ বিষয়ে এই বুলি উল্লেখ কৰিছে যে আহোমসকল সঁচাৰ আশ্ৰ লোৱা লোক আৰু কেতিয়াও ঠগ প্ৰৱঞ্চনাৰ আশ্ৰয় নলয়। অন্যহাতে, অসমত বাস কৰা অন্যান্য জাতি জনগোষ্ঠীসমূহে নিজৰ ঐক্যতা বজাই ৰাখি জাতীয় চেতনাবোধ তীব্ৰতৰ কৰি তুলিছে। যাৰ ফলশ্ৰুতিত বৰ অসমৰ ভেটি গঢ়োতাসকল বিভিন্ন দিশত দুৰ্বল হৈ আনৰ ওপৰত নিৰ্ভৰশীল হব লগা হৈছে নিজৰ কৰ্ম সংস্কৃতি, পৰিহাৰ কৰি আজি ৰাজনৈতিক ভাৱে 'জনজাতীয়কৰণ'ৰ দাবী উত্থাপন কৰিব লগা হৈছে। নিজ জাতিৰ এনে দুৰ্দশা দেখি বহুজনে গুজৰি গুমৰি তাহানিৰ বাহুবলী আহোমৰ শৌৰ্য বীৰ্যৰ কথা কয়। কিন্তু কিমানজনে হাতে কামে জাতীয় চেতনাৰে উদ্বুদ্ধ হৈ আগবাঢ়িছে। আজি মে ডাম-মে-ফি উপলক্ষে বিভিন্ন জনে বিভিন্ন আচাৰ-অনুষ্ঠান আয়োজন কৰি জাতিৰ হৃত গৌৰৱ ৰোমন্থন কৰিছো। কিন্তু অনুষ্ঠান শেষ হোৱাৰ পাছতেই সেই একেই দুখ লগা অৱস্থা।

বৰ্তমান সময়ছোৱা অসম আৰু অসমীয়াৰ বাবে অতি জটিল সময়। নানা ৰাজনৈতিক ও সামাজিক বিষ বাষ্পই জাতীয় চেতনা জাগ্ৰত হোৱাত বাধাৰ প্ৰাচীৰ হৈ থিয় দিছে। এচাম মুষ্টিমেয় স্বাৰ্থপৰ ব্যক্তিয়ে নিজৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক লাভালাভৰ বাবে নানা দল সংগঠনৰ জন্ম দি জাতীয় ঐক্যতা বিনষ্ট কৰিব বিচাৰিছে। স্বদেশ, স্বজাতিৰ প্ৰতি সদিচ্ছা দেখুৱাই ব্যক্তিগত লাভালাভৰ বাবে উঠিপৰি লাগিছে। টাইমূলীয় হিন্দু ধৰ্মী আহোমসকলে আজি নিজ ধৰ্ম এৰি আনৰ ধৰ্মৰ প্ৰতি আকৃষ্ট হৈছে। সংস্কৃতি বিনিময়ৰ সোৱাদত বিজাতীয় বেপেৰুৱা সংস্কৃতিক আপোন কৰি লৈছে। ঘৰতে আজি ভাই ভাইৰ মাজত দ্বন্দ খৰিয়াল। তেনেহ'লে দেশ আৰু জাতিক বচোৱাৰ উপায় কি? সম্ভৱত দেশ এখন আৰু জাতি এটাক চিৰকাল বচাই ৰখাৰ একমাত্ৰ সোপান হৈছে - জাতীয় ঐক্যতা, জাতীয় চেতনা আৰু চৈতন্য ভাৱৰ উন্মেখ ঘটা। পৌৰাণিক অৱস্থাত প্ৰাকৃতিক পৰিবেশ, ভৌগোলিক অৱস্থান সামাজিক ঐক্যতা আৰু এক ধৰ্মীয় চিন্তা ধাৰাই জাতি এটাক ধৰি ৰাখিছিল। কিন্তু পৰিৰ্তনৰ ধামখুমিয়াত জাতি এটাক জীয়াই ৰখাৰ একমাত্ৰ ছাবি-কাঠি হৈছে সুষ্ঠ জাতীয়তাবাদ, যি উগ্ৰ তথা গোষ্ঠীগত ঠেক গণ্ডিৰ পৰা মুক্ত হব লাগিব। এক সামুহিক আৰু সামগ্ৰীক বহুল জাতীয় চেতনাৰ উত্থানেহে জাতীয় সংহতি বৰি ৰাখিব পাৰিব। ❏❏

# জাতি জন-জাতিৰ সমন্বয়ৰ প্ৰতীক আহোম শাসন ব্যৱস্থাৰ ৰেঙণি

*✍ নাং মৰমী গোহাঁই*

'ম্যুং-ডুন-চুন-খাম' অৰ্থাৎ সোনৰ বাগিছাৰে ভৰা দেশ প্ৰতিস্থাৰ বাবে, অসীম সাহস, অফুৰন্ত উদ্যম, দুৰদৰ্শিতা, উদাৰতা আদি গুনৰ সমাহাৰে স্বৰ্গদেও ছ্যুকাফাই ১২২৮ চনৰ ১৬ আঘোণত পাটকাই পৰ্বত পাৰ হৈ আহি অসমত প্ৰৱেশ কৰিছিল। টাই সংস্কৃতিৰ উমাল অনুভূতিৰে খিলঞ্জীয়া জাতি-জনগোষ্ঠীক সাঙুৰি লৈ পাতনি মেলিছিল এক বৃহৎ জাতিসত্তাৰ। খিলঞ্জীয়া চুতীয়া, মৰান, বৰাহী, কছাৰী আদি জাতি জনগোষ্ঠীৰ মাজত বিলিন হৈ সৃষ্টি কৰিছিল ইতিহাস, অভ্যুদয় হৈছিল "আহোম" ৰাজত্বৰ। বিশ্ব ইতিহাসত একেলেঠাৰীয়ে ছশ বছৰীয়া শাসনৰ অভিলেখ সৃষ্টি কৰি ১২২৮ চনৰ ২ ডিচেম্বৰৰ পৰা ১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰী ইয়াণ্ডাবু সন্ধিৰ পিছত ১৮৩৮ চনৰ অক্টোবৰ পৰ্যন্ত অসমৰ ৰাজনৈতিক নেতৃত্বত আছিল আহোম ৰাজতন্ত্ৰ। সংকীৰ্ণতাৰ উৰ্দ্ধত এক যাদুকৰি শক্তিৰে অসমৰ দৰে বিভিন্ন জাতি-জনগোষ্ঠীৰ বাবে ৰহনীয়া সংস্কৃতিৰ কাঠামো দৃঢ়ৰ পৰা দৃঢ়তৰ কৰি 'বৰ অসম'ৰ ভেটি গঢ়িছিল।

পাটকাই পৰ্বত পাৰ হৈ নামৰূপত কিছুদিন থাকি আগুৱাই আহি তিপামত থাকিল তিনি বছৰ। কিন্তু ঠাইখন ৰাজধানী স্থাপনৰ উপযুক্ত নেদেখি পুনৰ বঢ়ী দিহিঙেদি ভটিয়াই শলগুৰি আৰু হাবুঙত থাকিল তিনি বছৰ। পিছে বানপানীৰ বাবে পুনৰ ব্ৰহ্মপুত্ৰই দি ভটিয়াই দিখৌমুখ পালে আৰু দিখৌৰে উজাই দিলিহত থাকি পুনৰ চন্টক পাই তাতে পানী জুমি চাই সাধাৰণ পানীতকৈ দুই তোলা বেছি গধুৰ পাই তাত থকাৰ উপযোগী নহয় বুলি ভাবি পুনৰ ভটিয়াই গৈ শিমলুগুৰি পাই তাত কেই বছৰমান থাকি ৰাজধানীৰ বাবে উপযুক্ত নেদেখি পুনৰ চৰাইদেও পাহাৰত উপস্থিত হৈছিল আৰু ঠাইখন ৰাজধানী স্থাপনৰ বাবে সকলো ফালৰ পৰা উপযুক্ত দেখি ১২৫১ চনত এটা বগা ঘোঁৰা বলি দি মহাসমাৰোহেৰে ৰাজধানী স্থাপন কৰিছিল। ৰাজধানী পতাৰ পাছত ছ্যুকাফাই সেই ঠাইখনৰ নাম দিলে 'চে-ৰাই-ডয়' অৰ্থাৎ পৰ্বতত জিলিকা নগৰ।

ছ্যুকাফাই ৰাজ্য প্ৰতিষ্ঠা কৰি প্ৰথমে গুৰুত্ব আৰোপ কৰিছিল যে কোনো থলুৱা মানুহৰ মাটি যাতে কাঢ়ি লোৱা নহয়। অৰণ্যৰ হাবি ভাঙি থাকিবৰ বাবে গাঁও আৰু খেতিৰ বাবে পথাৰ সৃষ্টি কৰি কৃষি অৰ্থনীতিৰ বুনিয়াদ প্ৰথমেই প্ৰতিষ্ঠা কৰি কাষতে থকা দুখন ৰাজ্যও মৰান আৰু বৰাহীসকলৰ লগত আত্মীয়তাৰ ডোলেৰে বান্ধি নতুন শাসন -ব্যৱস্থা প্ৰৱৰ্তনৰ পথ সুগম কৰি তুলিছিল। টাই

ৰাজকোঁৱৰ ছ্যুকাফাই লগত এদল ৰাজকীয় পদমৰ্যদা সম্পন্ন লোক আৰু কিছু সংখ্যক সাধাৰণ প্ৰজাক লৈ অসমৰ জনগোষ্ঠীসকলক এক শাসনৰ তললৈ আনিছিল। আগবাঢ়ি অহাৰ সময়ত কোনো থলুৱা জনগোষ্ঠীয়ে নতুন মানুহ দেখি বাট ভেটি ধৰিছিল; কিন্তু সিবোৰ কোনো প্ৰতিৰোধী সংগ্ৰাম নাছিল। কাৰণ ছ্যুকাফা আক্ৰমনকাৰী নাছিল। গতিকে সৌমাৰৰ স্থানীয় বাসিন্দাৰ বাবে ছ্যুকাফা আৰু তেওঁ সতীৰ্থসকল অধিক গ্ৰহণীয় হৈ পৰিছিল। স্থানীয় বিৰোধ এৰাই চলি অপুৰ্ব ৰাজনৈতিক দুৰদৰ্শিতাৰ প্ৰমাণ দিয়াৰ কাৰণেই অসমীয়া ভাষা আৰু বৃহত্তৰ বৰ অসম গঢ়াৰ ক্ষেত্ৰত আহোম স্বৰ্গদেওসকলে সফলতা লাভ কৰিছিল।

আহোম স্বৰ্গদেওসকলৰ উদাৰ দৃষ্টিভঙ্গীৰ ফলত অসমৰ জনজাতিসকলৰ লগত মিলা প্ৰীতিৰ এক পৰিবেশ ৰচনা কৰাত সফল হৈছিল। তেওঁলোকে মুকলিকৈ জনজাতিসকলৰ কন্যাৰ লগত বৈবাহিক সম্পৰ্ক স্থাপন কৰিছিল আৰু তেওঁলোকৰ লগত ভোজ ভাত খাই বন্ধুত্বৰ সম্পৰ্ক বেছি দৃঢ় কৰিছিল। তেনে উমৈহতীয়া বৰভোজবোৰত আহোম ৰজা তথা প্ৰশাসনিক বিষয়াসকলৰ লগত খোৱা-বোৱা কৰি জনজাতীয় নেতাসকল অত্যন্ত আনন্দিত হৈছিল, কিয়নো আহোমসকলৰ খাদ্য অভ্যাস জনজাতিসকলৰ লগত একে দেখি আহোমসকলক তেওঁলোকে নিজৰ বুলি ভাবিবলৈ লোৱাত পাহাৰ ভৈয়ামৰ ঐক্যৰ এনাজৰীডালো সুদৃঢ় হৈ পৰিছিল। ছ্যুকাফাই নিজেই মৰাণ আৰু বৰাহী জনজাতিৰ দুগৰাকী কন্যা বিবাহ কৰিছিল। চুহুংমুঙ দিহিঙ্গীয়া ৰজাই এগৰাকী মনিপুৰী কুঁৱৰী আৰু প্ৰতাপ সিংহই এগৰাকী জয়ন্তীয়া কুঁৱৰী আৰু গদাধৰ সিংহই দুগৰাকী নগা কুঁৱৰীৰ পানি গ্ৰহণ কৰিছিল। তেনে বৈবাহিক সম্পৰ্ক সমূহে আহোম প্ৰশাসনৰ পাহাৰীয়া জনজাতিসকলৰ লগত সম্বন্ধ সুদৃঢ় কৰি তুলিছিল।

আহোম স্বৰ্গদেও সকলে তেওঁলোকৰ উদাৰ আৰু বন্ধুত্বমুলক দৃষ্টিভংগীৰে অসমৰ সকলোবোৰ জনগোষ্ঠীকে নিজৰ প্ৰজা হিচাপে আকোৱালি লৈছিল আৰু সকলোৰে লগত সদভাৱ ৰক্ষা কৰি চলিবলৈ লোৱাটোৱেই আছিল তেওঁলোকৰ মহান আদৰ্শ। তেনে আদৰ্শ আগত ৰাখি আহোম সকলে পাহাৰীয়া জনজাতিসকলৰ ওপৰত সৰ্বোময় কৰ্তৃত্ব স্থাপন কৰাটো জনজাতীয় নীতিৰ মূল লক্ষ্য আছিল। গতিকে স্বৰ্গদেওসকলে জনজাতীয় অঞ্চলসমূহ নিজ ৰাজ্যৰ লগত চামিল কৰাৰ পৰা বিৰত আছিল আৰু নিজ প্ৰশাসনীয় ব্যৱস্থাকো তেওঁলোকৰ ওপৰত জাপি দিবলৈ চেষ্টা কৰা নাছিল। পৰস্পৰৰ মাজত বুজাবুজি আৰু এক বন্ধুত্বসূলভ সম্বন্ধ আহোমসকলে জনজাতিসকলৰ লগত প্ৰতিষ্ঠা কৰিব বিছাৰিছিল আৰু তেওঁলোকৰ লগত সদভাৱ গঢ়ি তোলাৰ বাবে স্বৰ্গদেওসকলে 'পচা' প্ৰথাৰে ব্যৱস্থা কৰিছিল। অৰ্থাৎ জনজাতীয়সকলৰ বাবে তেওঁলোকৰ পাহাৰৰ নামনিত থকা নৈ বিল আদিত মাছ মাৰি খাবলৈ আজ্ঞা দিছিল আৰু নামনিৰ কিছুমান গাঁওৰ পৰা বছৰি কৰ সংগ্ৰহ কৰিবৰ বাবে অধিকাৰ দিছিল। বিনিময়ত পাহাৰীয়া জনজাতীৰ নেতাই বছৰত দুবাৰ তেওঁলোকৰ পাহাৰত উৎপন্ন আলু, কচু, জন্তুৰ শিং, নোমাল টুপী আদি ৰজাক উপহাৰ দি দেখা সাক্ষাৎ কৰিব লাগিছিল। আহোম ৰজাই তেওঁলোকক ভাতৃবৎ জ্ঞান কৰি ভালদৰে খুৱাই বোৱাই উপহাৰ দি ভাই সম্পৰ্ক অতুত ৰখাৰ প্ৰতিশ্ৰুতিৰে

পুনৰ নিজৰ ঠাইলৈ ঘুৰি গৈছিল। আহোম স্বৰ্গদেৱে প্ৰদান কৰা তেনেবোৰ সুবিধাৰ বিনিময়ত তেওঁলোকৰ নিজ প্ৰজাৰ ওপৰত পাহাৰীয়া জনজাতিৰ অত্যাচাৰ বন্ধ কৰাৰ ব্যৱস্থা কৰিছিল। উল্লেখযোগ্য যে কৰ-কাটল দিয়াত ব্যৰ্থ হোৱা কোনো জনজাতিৰ বিপক্ষে আহোম প্ৰশাসনে সাধাৰণতে সামৰিক ব্যৱস্থা লোৱা নাছিল। আহোম ৰাজ্যৰ প্ৰজাৰ ওপৰত উপদ্ৰৱ চলালেহে কোনো এক জনজাতিৰ বিপক্ষে স্বৰ্গদেওসকলে বাধ্যত পৰি সৈন্য প্ৰেৰণ কৰিব লগা হৈছিল। অৱশ্যে আহোম ৰাজ্যৰ ক্ৰমাৎ শক্তি বৃদ্ধিৰ লগে লগে পাহাৰীয়া জনজাতীয়সকলে নিঃসংকোচে আহোমক নিজৰ সাৰ্বভৌম শক্তি হিচাপে মানি লৈছিল। তদুপৰি পাহাৰীয়া জনজাতিসকলৰ লগত নামনি অঞ্চলত হাট-বজাৰ প্ৰতিষ্ঠা কৰাৰ বাবে ৰজাই অনুমতি প্ৰদান কৰাটো জনজাতিসকলৰ বাবে ইমানেই লাভজনক আছিল যে জনজাতিসকলে আহোম সাৰ্বভৌমত্বক স্বীকাৰ কৰিবলৈ অলপো সংকোচ কৰা নাছিল। আহোম ৰজাসকলে জনজাতিসকলৰ স্থানীয় শাসনৰ ক্ষেত্ৰত সম্পূৰ্ণ স্বতন্ত্ৰতা দিছিল আৰু তেওঁলোকৰ জনজাতীয় পৰম্পৰাগত জীৱন যাত্ৰাত কোনো ধৰণৰ হস্তক্ষেপ কৰা নাছিল। কোনো জনজাতিয়ে দৌৰাত্ম্য কৰিলে আহোম প্ৰশাসনে সেই জনজাতিটোৰ বাবে প্ৰদান কৰা অৰ্থনৈতিক সা-সুবিধা তথা তেওঁলোকৰ নামনিলৈ আহ যাহ বন্ধ কৰি দিছিল কাৰণ তেনে নকৰিলে অবাধ্য জনজাতিটোৰ বাবে বশ কৰাৰ অন্য উপায় নাছিল।

আচলতে আহোমসকলৰ পাহাৰীয়া জনজাতিসকলৰ প্ৰতি লোৱা নীতি যথেষ্ট সময় উপযোগী, যুক্তিসংগত আৰু দুৰদৰ্শিতাপূৰ্ণ আছিল। কোন জনজাতিয়ে আহোম ৰাজ্যৰ প্ৰজাৰ ওপৰত উৎপীড়ন চলালে আহোম প্ৰশাসনে কঠোৰ হাতেৰে তাক বশ কৰিবলৈ কুণ্ঠাবোধ কৰা নাছিল। কাৰণ স্বৰ্গদেওসকলে ভালদৰেই উপলব্ধি কৰিছিল যে আহোমৰ উদাৰ বা নৰমপন্থী নীতিয়ে উগ্ৰ, আদিম প্ৰবৃত্তিৰ জনজাতিসকলক ভৈয়ামৰ প্ৰজাৰ ওপৰত অধিক উপদ্ৰৱ কৰিবলৈ অনুপ্ৰাণিত কৰিব। তাৰ উপৰিও আহোম প্ৰশাসনে এইটোও অনুভৱ কৰিছিল যে, কেৱল মাত্ৰ কঠোৰতাৰে দুধৰ্ষ পাহাৰীয়া জনজাতিসকলক বশ কৰাটো সম্ভৱ নহয়। সেয়েহে আহোম প্ৰশাসনে পাহাৰীয়া জনজাতিসকলৰ ভৈয়ামৰ প্ৰজাৰ ওপৰত লুটপাত কৰাৰ অৰ্থনৈতিক কাৰণ বা খাদ্য সম্ভাৰ আৰু কাম কৰা মানুহৰ প্ৰয়োজনীয়তা পুৰণ কৰিবৰ বাবে সম্পূৰ্ণ সদিচ্ছাৰে জনজাতিসকলৰ সৈতে প্ৰশাসনিক প্ৰচেষ্টা চলাইছিল। তেনেদৰে আহোম প্ৰশাসনে প্ৰয়োজন সাপেক্ষে উদাৰ আৰু কঠোৰ নীতি লৈ প্ৰায় ছশ বছৰ কাল চুবুৰীয়া দুধৰ্ষ পাহাৰীয়া জনজাতিসকলক নিয়ন্ত্ৰিত কৰিছিল আৰু আহোম ৰাজত্বৰ গৌৰৱ উজ্জ্বল ইতিহাস ৰচনা কৰিছিল। ❑❑

# আহোম ৰাজতন্ত্ৰৰ ফুকন সকল

✍ ড° কিৰণ ফুকন

আহোম ৰাজতন্ত্ৰত স্থান পোৱা বিভিন্ন আগশাৰীৰ বিষয়ববীয়া সকলৰ অন্যতম আছিল ফুকন সকল। আহোম ৰজাৰ একুৰি চাৰিজন ফুকন আছিল। তাৰ ছজনক চ'ৰাৰ ফুকন বুলিছিল। নাওবৈছা ফুকন, ভিতৰুৱাল ফুকন, ন-ফুকন, দিহিঙ্গীয়া ফুকন, ডেকা ফুকন আৰু নেওগ ফুকন এই ছজনক চ'ৰাৰ ফুকন বুলিছিল। চ'ৰাৰ ফুকন ছজনৰ মান বাকী ফুকন সকলতকৈ বঢ়া আছিল। এওঁবিলাকে ৰজাৰ চ'ৰাত বহি পৰামৰ্শ আদি দিছিল; তদুপৰি ছহেজাৰ পাইকৰ শাসনকৰ্ত্তা আছিল। এই কেইজন ফুকনৰ ভিতৰত নাওবৈচা ফুকন অতিৰিক্ত এহেজাৰ নৌসৈন্যৰ অধিকাৰী আছিল। বাকী কেইজন ফুকনক আজিকালিৰ 'সচিব' বুলিবও পাৰি। এওঁবিলাকৰ বিচাৰ ক্ষমতাও আছিল। ফুকনসকলে নিজৰ নিজৰ অধীনস্থ পাইকক গোচৰ সোধ কৰি গতা কোব-ঢকা আদি শাস্তি বিহিব পাৰিছিল; অঙ্গক্ষত কৰিব নোৱাৰিছিল। তেওঁবিলাকৰ ৰাজসেৱাৰ বিনিময়ত নিজাকৈ ১০ গোট লিক্চৌ আৰু ৭০০ পুৰা মাটি পাইছিল। চ'ৰাৰ ফুকনৰ বাহিৰে বাকী ওঠৰজন ফুকন আছিল। তেওঁবিলাকৰ বিচাৰক্ষমতা, পাইকৰ সংখ্যা আদি চ'ৰাৰ ফুকনৰ দৰেই আছিল। এওঁবিলাকক কিন্তু কেতিয়াবা অনা-আহোম মানুহৰ পৰাও নিয়োগ কৰা হৈছিল। এওঁবিলাকে ৰাজ-সেৱাৰ বিনিময়ত পাঁচগোট লিক্চৌ আৰু পাঁচশ পুৰা মাটি পাইছিল। তাৰে ভিতৰত ঢেকিয়াল ফুকন আৰু খাৰঘৰীয়া ফুকনে তিনি গোট লিকচৌ আৰু এশ পুৰা মাটি পাইছিল। এই বিষয়বোৰ উত্তৰাধিকাৰী স্বত্বৰ নাছিল। ৰজাৰ সন্তুষ্টিৰ ওপৰতহে নিৰ্ভৰ কৰিছিল। বিষয়ৰ পৰা আঁতৰিলেই ৰজাঘৰৰ পৰা পোৱা লিক্চৌ আৰু মাটি এৰি দিব লাগিছিল। চ'ৰাৰ ফুকন সকলৰ বাহিৰে অন্যান্য ফুকনসকল এনেধৰণৰ আছিল —

ন্যায়সোধা ফুকনঃ এওঁ ৰাজচ'ৰাৰ বিচাৰক আছিল। ৰজা আৰু বৰবৰুৱাৰ অনুপস্থিতিত চ'ৰাত বহি গোচৰ সুধিছিল। তদুপৰি স্থানীয় বিচাৰক ফুকন-বৰুৱা আদিৰ বিচাৰৰ বিপক্ষে অহা আপীলবোৰো সুধি ৰজাৰ অনুমোদন সাপেক্ষে নিষ্পত্তি কৰিছিল।

চাংৰুং ফুকন ঃ এওঁক আজিকালিৰ মুখ্য অভিযন্তা বুলিব পাৰি। ৰজাঘৰৰ ঘৰদুৱাৰ সজা, দ'ল-দেৱালয়-মন্দিৰ-মৈদাম নিৰ্ম্মাণ কৰা কাৰ্য্যৰ তত্ত্বাৱধান লব লাগিছিল। এওঁৰ অধীনত থকা নিৰ্দিষ্ট পাইকৰ উপৰিও ৰাজকীয় কাৰ্য্য সম্পাদনৰ বাবে পঠোৱা পাইককো পৰিচালনা কৰিব লাগিছিল। ঘৰ-দুৱাৰৰ আঁচনি, নিৰ্ম্মাণকাৰ্য্য আৰু ব্যৱহাৰ হোৱা সা-সঁজুলিৰো হিচাপ ৰাখিব লাগিছিল।

এৰে এনেকৈ লিখি ৰখা বুৰঞ্জীবোৰক চাংৰুং ফুকনৰ বুৰঞ্জী বোলে।

**পৰ্ব্বতীয়া ফুকন ঃ** ৰজাৰ ঘাই কুঁৱৰী কেই গৰাকীৰ ভিতৰত এগৰাকীৰ নাম আছিল পৰ্ব্বতীয়া কুঁৱৰী। এইগৰাকী কুঁৱৰীৰ এখন মেল আছিল, তাকে পৰ্ব্বতীয়া কুঁৱৰীৰ মেল বুলিছিল। এই মেলৰে গৰাকী আছিল পৰ্ব্বতীয়া ফুকন। পৰ্ব্বতীয়া কুঁৱৰীৰ সন্তুষ্টিৰ বাবে তেওঁ কাম কৰিব লাগিছিল।

**ৰাইডঙীয়া ফুকন ঃ** পৰ্ব্বতীয়া কুঁৱৰীৰ দৰেই এগৰাকী কুঁৱৰীক ৰাইডঙীয়া কুঁৱৰী বুলিছিল। তেওঁৰো এখন মেল আছিল, সেই মেলৰে অধিকাৰী আছিল ৰাইডঙীয়া ফুকন।

গন্ধীয়া ফুকন ঃ ৰাজকীয়া সাঁ-সজুলি, বুৰঞ্জী, ধন-সোণ আদি যিটো আচুতীয়া ঘৰত থোৱা হৈছিল, তাক গন্ধীয়া ভঁৰাল বুলিছিল। সেই গন্ধীয়া ভঁৰাল, আৰু গন্ধীয়া খেলৰ অধিকাৰী আছিল **গন্ধীয়া ফুকন।**

খঙীয়া ফুকন ঃ ৰজাৰ মাকে এখন মেল পাইছিল। সেই মেলক খঙীয়া মেল বুলিছিল। খঙীয়া মেলৰ অধিকাৰী আছিল খঙীয়া ফুকন। ৰাজমাওৰ অধীনে এওঁ কাম কৰিছিল।

তামুলী ফুকন ঃ তামুলী ফুকন তামুলী খেলৰ গৰাকী। এওঁ ৰজাৰ ফুলনিবাৰী, লিগিৰা, তামুলী আদি পৰিচালনা কৰিছিল। চাংমাই বৰুৱা আৰু চাংমাইসকলো এওঁৰ অধীনস্থ আছিল। তদুপৰি ৰজাৰ চাংমাইশালৰ কাৰ্য্য নিৰীক্ষণ আৰু আহাৰ পৰীক্ষা কৰি দিব লাগিছিল। এওঁ ৰজাৰ আহাৰৰ এটা ভাগ পাইছিল আৰু চাঙতে গ্ৰহণ কৰিব লাগিছিল।

চোলাধৰা ফুকন ঃ ৰজাৰ সাজপাৰ তৈয়াৰ কৰা আৰু সংৰক্ষণ কৰাৰ দায়িত্ব আছিল চোলাধৰা নামৰ এটা খেলৰ ভাগত। সেই খেলে ৰজাৰ যাৱতীয় সাজপাৰ তৈয়াৰ কৰি ৰাখিব লাগিছিল আৰু চোলাধৰা ফুকনে সময়মতে ৰজাক যোগাব লাগিছিল।

খাৰঘৰীয়া ফুকন ঃ যুদ্ধৰ সাঁ-সজুলি, খাৰ-বাৰুদ, বন্দুক-বৰতোপ, দা-তৰোৱাল আদি খাৰঘৰ নামে জনাজাত পকী ঘৰত থোৱা হৈছিল। সেই ঘৰৰ তত্ত্বাৱধায়ক আছিল খাৰঘৰীয়া ফুকন। তদুপৰি য-খাৰ, কলাখাৰ, গন্ধক আদি খাৰ জাতীয় বস্তু সংগ্ৰহ আৰু তৈয়াৰ কৰাৰ ভাৰো খাৰঘৰীয়া খেলৰ ওপৰত আছিল।

নাওশলীয়া ফুকন ঃ আহোম ৰজাৰ কেইবাখনো নাওশাল আছিল। তাত বহুতো নাও আছিল। নাও আৰু নাৱৰ সা-সঁজুলি তৈয়াৰ কৰি থোৱাটো নাওশলীয়া খেলৰ কাম। এই নাওশলীয়া খেলৰ ওপৰতে নাওশলীয়া ফুকন বিষয়া আছিল।

ঢেঁকিয়াল ফুকন ঃ এওঁলোক ঢেকিয়াল খেলৰ অধিকাৰী আছিল।

দেৱলীয়া ফুকন ঃ আহোম ৰজাৰ দিনতে বহুতো দ'ল-দেৱালয় নিৰ্ম্মাণ কৰা হৈছিল। সেই দ'ল-দেৱালয় বিলাকৰ পূজা সেৱা, তাৰ দেৱোত্তৰ ব্ৰহ্মোত্তৰ সম্পত্তিৰ প্ৰতি চকু দিয়াই দেৱলীয়া

ফুকনৰ কাম আছিল।

চিৰিং ফুকন ঃ আহোম ৰজাই হিন্দুধৰ্ম গ্ৰহণ কৰিলেও শেষ পৰ্যন্ত আহোমীয়া পদ্ধতিৰ পূজা-সেৱা চলি আছিল। চিৰিং ফুকনসকলে চোমদেও-পূজা আৰু আন আন আহোমীয়া পদ্ধতিৰ ৰজাঘৰীয়া ধৰ্ম্ম-কাৰ্য্যৰ প্ৰতি চকু দিছিল। চিৰিং ফুকনৰ অধীনত দেওধাই, মহন, বাইলুং আদি দিছিল। তদুপৰি ৰজাঘৰীয়া তত্ত্বাৱধানত বুৰঞ্জী লিখা কাৰ্য্যৰো গৰাকী আছিল চিৰিং ফুকন।

চাৰিঙীয়া ফুকন ঃ ৰজাৰ ৰজা হবৰ যোগ্য পুতেক, ভায়েক, ভতিজাক, দদায়েক বা চাৰিফৈদ কোঁৱৰৰ যোগ্য একোজনক চাৰিং প্ৰদেশৰ অধিকাৰী পাতে। তেওঁক চাৰিঙীয়া ৰজা বোলে। চাৰিঙীয়া ফুকনসকলে চাৰিঙীয়া ৰজাৰ লগত থকা পাইক আদি পৰিচালনা কৰাৰ ভাৰ আছিল।

তিপমীয়া ফুকন ঃ চাৰিঙত চাৰিঙীয়া মেল দি এজন ৰাজকোঁৱৰ ৰখাৰ দৰে আহোম ৰাজ্যৰ উত্তৰ-পূৰ্ব সীমান্তত অৱস্থিত তিপামতো এজন ৰাজকোঁৱৰ ৰাখি মেল দিছিল। সেই মেলৰে পাইকৰ অধিকাৰী আছিল তিপমীয়া ফুকন।

জালভাৰী ফুকন ঃ ৰজাই পহু-চিকাৰ কৰিবলৈ, দ'ল-দেৱালয়, কাৰেং আদিৰ কৰাল কৰিবলৈ লগা মাছ ধৰিবলৈ বহুতো জালৰ প্ৰয়োজন হৈছিল সেই জালৰ যোগান ধৰিবলৈ জালভাৰী নামৰ এটা খেল পাতিছিল। সেই খেলৰে অধিকাৰী আছিল জালভাৰী ফুকন।

ৰাজগুৰু ফুকন ঃ ৰজাঘৰীয়া ধৰ্ম্ম কৰ্ম্ম আৰু ৰজাৰ গুৰুৰ কামত সহায় কৰিবলৈ এইজন বিষয়া নিয়োগ কৰিছিল। এই বিষয়টো আহোম ৰাজত্বৰ শেষৰপিনে সৃষ্টি কৰা হৈছিল আৰু ব্ৰাহ্মণ মানুহকেই এই পদ দিয়া হৈছিল।

ৰহিয়াল ফুকন ঃ ৰহাৰ শাসনকৰ্ত্তা ৰহিয়াল গোঁহাইৰ সম্পৰ্কৰক্ষী বিষয়া আছিল। তদুপৰি ৰহিয়াল গোঁহাইক ৰাজকাৰ্য্য পৰিচালনাত সহায় কৰিছিল। ❑❑

# নিৰপেক্ষ আৰু বাস্তৱধৰ্ম্মী ছ্যুকাফা

☞ আৰতি গোহাঞিঃ দুৱৰা

১২১৫ খৃষ্টাব্দত ৩৮ জন ডাঙৰীয়াৰ ন হাজাৰ মুনিহ, তিৰোতা আৰু ল'ৰা-ছোৱালীৰ সৈতে ছ্যুকাফা স্বৰ্গদেৱে মৌলুঙ্গ এৰি আহিছিল।

আঠ লক্ষ দেৱতাৰ অধিপতি স্বৰ্গৰ ৰজা লেঙ্ডনে পৃথিৱীত তেওঁৰ বংশৰ ৰজা নথকাত বিদ্যাৰ গৰাকী জাছিংফাৰ লগত আলোচনা কৰিলে। জাছিংফা আৰু ৰাজনীতিবিদ দেৱতা লাওফ্ৰীৰ আলোচনা মৰ্মে পৃথিৱীত শাসনকৰ্ত্তা নাই বুলি জাছিংফাই নাতিনীহঁতক পৃথিৱীলৈ পঠাবলৈ পৰামৰ্শ দিলে। লেঙডনেও খুন্‌লুঙ আৰু খুনলাই নামৰ জাছিংফাৰ দুই নাতিক পৃথিৱীলৈ পঠাবলৈ ইচ্ছা কৰিলে। লেঙডনে খুনলুঙ আৰু খুনলাইক উপদেশ দিলে যে "মই তোমালোকক বিজ্ঞতাৰে কাম কৰিবলৈ উপদেশ দিওঁ, তোমালোক মহান খেৰখামৰ বংশধৰ। মই তোমালোকক নমাই পঠাবলৈ ইচ্ছা কৰো। তোমালোকে পুৱাবেলা ধৰ্ম বিষয়ক কথাপাতি কটাবা। তোমালোকে সুমধুৰ কথাৰে মানুহৰ অন্তকৰণ ঢুকি পাবলৈ যত্ন কৰিবা। তোমালোকে সদায় ন্যায় পথত চলি সুচাৰুৰূপে দেশ শাসন কৰিবা"।। পিছদিনা খুনলুঙ আৰু খুনলায়ে লাওফ্ৰী আৰু আঠলক্ষ দেৱতাৰ সৈতে আঠখলপীয়া সিংহাসনত বহি থকা আসনত লেঙ্ডনক ৰাজসভাত আঠুকাঢ়ি সেৱা জনালে। লেঙ্ডনে এখন তৰোৱাল দিলে আৰু তৰোৱালখন ৰাজসভাৰ মাজৰ খুটাত থৈ ধাৰ কোন দিশে থাকে লক্ষ্য কৰিবলৈ উপদেশ দি কলে যে তৰোৱালখনত সাতবাৰ ওলগ লৈ পুথাদেৱেক লেঙডনক সন্মান জনাব। লেঙডনে তৰোৱালৰ লগতে চোমদেও আৰু চেঙদেওৰ মূৰ্ত্তি দিলে। তৰোৱাল আৰু চোমদেওক লৈ দশম শতিকাত ৪৯০ শব্দত আঘোণ মাহত দুয়ো মুংৰিমুংৰাম দেশত (অৰাজক স্থান) পালেহি।

খুনলুঙ আৰু খুনলাইৰ বংশধৰ ছ্যুকাফা স্বৰ্গদেৱে ১১৫০ শব্দৰ আঘোণ মাহৰ ১৫ দিন যাওঁতে লুঙ্গ পাইছিলহি। তিনিবছৰ তাত থাকি খামজাঙ্গ পালেহি। এনেদৰে অতিক্ৰম কৰি যাত্ৰাপথত কছাৰী, নগা সকলক লগ পালে। তাৰ পিছত দিহিঙত নগৰ কৰি দহ বছৰ থাকিলহি। উত্তৰ পাৰত ৩ বছৰ, চেপনত এবছৰ থাকি দিহিং নদীয়েদি ভটিয়াই পুনৰ দিখৌ নৈয়েদি উজাই আহি দিলিহীৰ মুখ পালেহি। পুনৰ তেওঁ শিমলুগুৰিত নগৰ পাতিলে। এই সময়ছোৱাত কছাৰী, মৰাণ আৰু বৰাহী সকলক লগ পালে। বৰাহীৰ ৰজাই মানুহ পঠাই ছ্যুকাফাই দেখাদেখি হবলৈ অনুৰোধ জনালে। বৰাহী থানগিৰি,

তেওঁলোক আলহী হোৱা হেতুকে ছ্যুকাফাক গাঁও ভুই দিব লাগে বুলিও নম্রভাৱেৰে কলে। বৰাহী ৰজাই আদি অন্ত সোধাত স্বৰ্গদেৱে কলে যে তেওঁ ইন্দ্ৰৰ নাতি আৰু এই দেশত ৰজা নাই বুলিয়েই স্বৰ্গৰ দেৱতাই তেওঁক সোণৰ জখলাৰে নমাই পঠাইছে। সেয়ে তেওঁ ৰাজ্য চাই ফুৰিছে। এই কথা শুনি বৰাহী আৰু মৰাণ সকল সন্তুষ্ট হ'ল আৰু ভাৰ ভেটি দিলে।

বৰাহীৰ ৰজা থামিথুমাই স্বৰ্গদেৱক থাকিবলৈ সুছল স্থান দেওঘৰত দিলে। বৰাহী সকলে শাকপাত খৰি যোগান ধৰিলে আৰু এইসকল দেও মানুহ তেওঁলোকে যিভাৱে সেয়ে হয় বুলি ভাবি ৰজাৰ ওচৰলৈ অহা-যোৱা কৰি থাকিল। বৰাহী ৰজা আৰু প্ৰজাই দেও মানুহ ছ্যুকাফা অসম অৰ্থাৎ আনসকলৰ সম নহয় বুলি দৃঢ় ভাৱে ললে। ইয়াৰ পৰাই পাছলৈ অহম আৰু বৰ্ত্তমানৰ আহোম নামৰ উৎপত্তি হ'ল। আহোম সকলেও এই দেশক 'মুং-চুন-চুন-খাম' অৰ্থাৎ সোনৰ বাগিচাৰে পৰিপূৰ্ণ দেশ বুলি গ্ৰহণ কৰিলে।

অহম্ বা আহোমৰ দেশ বুলি এই স্থানক অসম বা আসাম নামেৰে ভূষিত কৰা হ'ল। যোগিনীতন্ত্ৰৰ মতে কৰতোৱাৰ পৰা আৰম্ভ কৰি দিক্কৰবাসিনী পৰ্যন্ত ঠাইখিনিক কামৰূপ বোলে। আহোমসকলৰ বসতি আৰু শাসনৰ আগৰ কালছোৱাত এই অঞ্চলৰ নাম কামৰূপ আছিল।

স্বৰ্গদেৱ ছ্যুকাফাই বৰাহী আৰু মৰাণৰ কুঁৱৰী চাৰিগৰাকী বিয়া পাতিলে। পাছত ৰজাই বৰাহীৰ চাংমাই অৰ্থাৎ ভাত ৰান্ধনী ললে। মৰাণৰ ৰজা বদৌচাৰ লগতো মিত্ৰতা কৰিলে। মৰাণসকলে খৰি মাৰি যোগান ধৰিলে। এই হিয়া দিয়া নিয়া অৰ্থাৎ আদান প্ৰদান প্ৰথাৰে মন জয় কৰি অসম বা আসাম দেশৰ বৰভেটি স্থাপন কৰিলে।

এইজন মহানলোক যিজনে অসমৰ বৰ ভেটি স্থাপন কৰি জনগোষ্ঠীসকলক একত্ৰিত কৰি অসম নামৰ সুসমন্বয়ৰ কেন্দ্ৰ সৃষ্টি কৰিলে এই ব্যক্তিজনক অসমৰ সকলো জনগোষ্ঠীয়ে আজি নিৰপেক্ষ আৰু বাস্তৱ দৃষ্টিভঙ্গীৰে স্মৃতি ৰোমন্থন কৰি বহল মনৰ পৰিচয় দাঙি ধৰিব পাৰিছে জানো ??❑❑

# "ছশটা বছৰ" - এক অনন্য অনুভূতি

*☞ মাণিক বৰুৱা*

অতীতক সোঁৱৰি যি জাতিয়ে আত্মহাৰা হৈ পৰে, সেই জাতিৰ বৰ্তমানটো নিশ্চয় দুখ লগা হ'ব। বৰ্তমানৰ পয়ালগা অৱস্থাৰ উন্নয়নৰ বাবে অতীতৰ খ্যাতিক কামত লগাবলৈ সমসাময়িক সুদক্ষ নেতৃত্বৰ কিমান প্ৰয়োজন ইতিহাস অধ্যয়ন, পৰ্যবেশন তথা গৱেষণাৰ এইখিনিতে দৰকাৰ। প্ৰতিটো জাতি-জনগোষ্ঠীৰ নিজা অৰিহণাখিনিৰে ৰাষ্ট্ৰ তথা দেশৰ অখণ্ড শক্তি বৃদ্ধিয়েই হ'ল দেশৰ অখণ্ডতা। কেৱল ৰাজনৈতিক পাশা খেলৰ চাতুৰিত দেশ নচলে। আহোম ৰাজত্বৰ ছশটা বছৰ অধ্যয়ন কৰিলে দেখা যায় যে - আহোম স্বৰ্গদেওসকল অখণ্ড প্ৰতাপ আৰু আপোচবিহীন দৃঢ় সিদ্ধান্তত স্ব-নিৰ্ভৰশীল আছিল। এতিয়াৰ দৰে দিল্লীৰ আজ্ঞাবাহী নহৈ - দিল্লীক (মোগলক) শিৰ নত কৰি তথা নস্যাৎ কৰি সঁচা খ্যাতি লাভ কৰিছিল। ইংৰাজসকলে অতীতক সোঁৱৰি হাঁহে, আমেৰিকান সকলে বৰ্তমানক লৈ গৰ্বেৰে ভৱিষ্যতৰ পৰিকল্পনা কৰে আকৌ জাপান-চীনে অতীতক সামৰি বৰ্তমানৰ পিঠিত উঠি ভৱিষ্যতৰ ফালে দৌৰ দিয়ে। ভাৰতীয়সকলে অতীতক সোঁৱৰি ভৱিষ্যতৰ দিবা স্বপ্ন দেখে, আকৌ স্থানীয়ভাৱে ক'বলৈ গ'লে অসমীয়া মানুহে অতীতক স্মৰণ কৰি কান্দি উঠে - কাৰণ ইমান বিশাল স্বৰ্ণময় অতীতৰ বিপৰীতে বৰ্তমানৰ কোনো খ্যাতিয়েই অসমীয়াৰ চকুত নেলাগে। ভৱিষ্যতটো অদূৰ-দূৰত। বাৰে বাৰে মনত পৰে ছশটা বছৰৰ মহান ইতিহাসলৈ? "টাই সংস্কৃতিৰ ৰূপৰেখা"ত ড° লীলা গগৈদেৱে লিখিছে — "ত্ৰয়োদশ শতিকাত ৰাজ্য স্থাপন কৰা আহোম সকলে নিজকে এই দেশৰ পৰিৱেশৰ লগত খাপ খুৱাই লয় আৰু ছশ বছৰ ধৰি একেৰাহে শাসন কৰি দেশৰ ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক জীৱনৰ গঢ় দি থৈ যায়, তাৰে ভিতৰত এই দেশখন আৰু জাতিটোৰ নাম 'অসম' আৰু 'অসমীয়া' কৰাত সবাতোটকৈ মহৎ অৰিহণাটো হ'ল আহোম সকলৰ (পৃষ্ঠা ২১)। উল্লেখ কৰিব পাৰি যে সাত-ৰাজ মাৰি এক কৰা আহোম ৰাজত্বৰ জাতি গঠন প্ৰক্ৰিয়া সুদূৰ প্ৰসাৰী যে আছিল - অন্ততঃ বৃহৎ জাতি হিচাবে অসমীয়া শব্দটোৰ বাবেই আমাৰ অস্তিত্ব বৰ্তমানলৈ জীয়াই আছে। আচৰিত নহৈ নোৱাৰি যে বৰ্তমানত অসমীয়াৰ সংজ্ঞা নিৰূপন কৰিব নোৱাৰি বিধি বিধান সকলো বিব্ৰত হ'বলগীয়া হ'ল?"

এদিন গ্ৰীক ৰোমান সাম্ৰাজ্যৰ দৰে আহোম সাম্ৰাজ্যৰো পতন ঘটিছিল, ছশটা বছৰ শাসন কৰা এনেবোৰ বংশানুক্ৰমিক শাসন ব্যৱস্থাৰে আহোম ৰাজত্বৰ কালছোৱা কেৱল ইতিহাস নহৈ ই সৰ্ববৃহৎ জাতি গঢ়াৰ প্ৰক্ৰিয়াৰো অন্যতম হিচাপে পৃথিৱীৰ ইতিহাসত নাম জিলিকি ৰ'ল। গেইট চাহাবৰ মতে — 'Tai celestial origin' অৰ্থাৎ টাই সকল স্বৰ্গত উৎপত্তি হোৱা জাতি। হিন্দু

শাস্ত্ৰমতে ভাল কাম কৰিলেহে সৰগত বাস হয়। কিন্তু টাইসকল স্বৰ্গৰ পৰা নিৰ্দিষ্ট পৰিকল্পনাৰে মৰ্ত্যত শাসন কৰিবলৈ নামি আহে। খুঙলুঙ আৰু খুনলাইক পৃথিৱীলৈ নমাই পঠাই স্বৰ্গৰ অধিপতি লেঙডনে কৈছে — "মই লেঙ্‌ডন, বজ্ৰৰ অধিপতিয়ে তোমালোক দুয়োকে (লেঙ্‌ডনৰ নাতি দুই ককাই-ভাই খুঙলুঙ আৰু খুঙলাই) নমাই পথাইছো (স্বৰ্গৰ পৰা) আমি সকলো দেৱতাই তোমালোকক আশীৰ্বাদ দিছো। জাছিংফা আৰু লাওখ্ৰীয়ে তোমালোকক সহায় কৰিব। তোমালোক দুয়ো তামোল এটাকৈ সমানে ভগাই খাবা।" অন্য এঠাইত লেঙ্‌ডনে কৈছে "মই তোমালোকক বিজ্ঞতাৰে কাম কৰিবলৈ উপদেশ দিওঁ। তোমালোক মহান থেন্‌খামৰ বংশধৰ।" এনেবোৰ উক্তিৰ যথাৰ্থতা এয়েই যে শাসকৰ ওপৰত কঠোৰ অনুশাসনৰ দায়বদ্ধতা গঢ়ি তোলা, যাতে প্ৰজাৰ শান্তি নিশ্চিত হয়। দেশ প্ৰেমৰ মহান আদৰ্শৰ বাবেই "দেশতকৈ মোমাই ডাঙৰ নহয়", "পুখুৰী এটা সিচিলেও দুই এটা শিঙি মাছে বিন্ধে" - আদি অমৃত বাণী নিৰ্গত হব পাৰে। আহোম শাসন ব্যৱস্থাত বিভিন্ন পদাধিকাৰী আৰু বিভাগসমূহ হ'ল — ৰজা বা স্বৰ্গদেউ, তিনিজন ডাঙৰীয়া, দাঁতিঅলীয়া গোঁহাই, বৰবৰুৱা, বৰফুকন, ফুকন, চাংৰুং ফুকন, ৰাজখোৱা, বৰুৱা, আদি আকৌ সামৰিক, ৰাজহ, পাইক-কৰ, বিচাৰ, অন্যান্য ৰাজহ, মুদ্ৰা সীমান্ত-প্ৰশাসন আদি সমস্ত বিভাগবোৰ দক্ষতাৰে পৰিচালিত হৈছিল। বৰ্তমানৰ আমেৰিকাৰ ৰাষ্ট্ৰপতিৰ আৰ্হিৰ স্বৰ্গদেউ সকলৰ ক্ষমতা সৰ্বোপৰি আছিল। পাছে শাসন ব্যৱস্থাত পুৰুষ আৰু তিৰোতাৰ মতামত সমানে গ্ৰহণ কৰা হৈছিল। উদাহৰণ হিচাপে পৰ্বতীয়া কুঁৱৰীৰ নিজা এখন মেল আছিল (Assembly)। এইবোৰ দিশৰ পৰা এইটোও প্ৰতিপন্ন হয় যে স্বৰ্গদেউৱে পৰ্বতীয়া জাতিবোৰৰ লগত (ওচৰ চুবুৰীয়া ৰাজ্য) ভাল সম্বন্ধ হোৱাটোত অন্তঃকৰণে কামনা কৰিছিল। আকৌ আজিৰ দৰে ৰাজ্যখনৰ সীমান্ত বিবাদ আৰু সংঘাতত আওকনীয়া হৈ থকা চৰকাৰবোৰৰ বিপৰীতে আহোম ৰাজত্বত চাৰিসীমা বৃদ্ধি আৰু সীমান্ত এলেকাৰ নিৰাপত্তা-উন্নয়নত সৰ্বাধিক গুৰুত্ব দি দাঁতি অলীয়া গোঁহাই পদবীৰ সৃষ্টি কৰা হৈছিল। কিন্তু দেশৰ অহিত বুলি গণ্য কৰা কোনো বিষয়তেই আপোচ কৰা নহৈছিল। নগা প্ৰধানকৈ আইতনী নগাসকলক কঠোৰ হাতেৰে দমন কৰিব লগা সেই সময়ৰ পৰিঘটনাটো আজিৰ দৃষ্টিত চাব পৰা নাযায়। কিন্তু আজিও অসম সংলগ্ন নগা সীমান্তত নগাই সীমান্তবাসীক আতঙ্কিত কৰি ৰাখিছে। মুঠতে ওচৰ চুবুৰীয়া ৰাজ্যৰ লগত ভাল সমন্ধ ঘটোৱাৰ বাবে সন্ধি-চুক্তি আনকি বৈবাহিক সমন্ধৰেও চেষ্টা কৰা হৈছিল। এবাৰ ৰাজ অভিষেকৰ সময়ত "ৰং আনন্দ চাবৰ অৰ্থে জয়ন্তীয়া আৰু কছাৰী ৰজাক মহাৰাজা বৰুৱা সহিতে সমালোচনা হৈ আনিব দি পাচে তিনিজনা ডাঙৰীয়াত সুধিলে। বৰ গোহাঞিও, বৰপাত্ৰ গোহাঞি বোলে, এনে সভালৈ আনিব লাগে। বুঢ়া গোহাঞি বোলে, জয়ন্তীয়া আৰু কছাৰী দুখন ৰাজ্য স্বৰ্গদেৱৰ পুখাও পুলিনৰ থাপিত সাঁচিত, (আশ্ৰিত ৰাজ্য) স্বৰ্গদেৱে যি নিবন্ধ (চুক্তি) কৰি গ'ল কছাৰী তাতে ৰহিল, জয়ন্তীয়া নৰহিলে, সেই অপৰাধতে ১৪ বছৰ বন্দী কৰি থোৱা হৈছে। কছাৰীক সভা দেখাব লাগে, জয়ন্তীয়াক দেখাবলৈ ভাল নহয়। তথাপি জয়ন্তীয়া ৰজাক আনি স্বৰ্গদেউৱে সভা দেখুৱালে। উপৰোক্ত কথাবোৰৰ পৰা দেখা যায় যে শেষত স্বৰ্গদেৱৰ হস্তক্ষেপত

জয়ন্তীয়া ৰজাক ৰাজ অভিষেকৰ ৰং মেলা দেখুৱাৰ সিদ্ধান্ত ল'লে। ইয়াৰ পৰা স্বৰ্গদেওসকলে যে উদাৰ দৃষ্টিভঙ্গী আৰু সুদূৰ প্ৰসাৰী সিদ্ধান্ত লোৱাত সিদ্ধহস্ত আছিল বুলি নিশ্চয়কৈ ক'ব পাৰি। আজিৰ তাৰিখত আমাৰ ৰাজনৈতিক নেতা সবৰ এনে দৃঢ় মানসিকতাৰ অভাৱ দেখি তবধ মানিব লগা হয়। স্বৰ্গদেও অথবা আহোম ৰাজ বংশত বিশেষ কোনো ধৰ্ম্মৰ প্ৰভাৱ নাছিল। "তাম্ৰ শাসন সমূহত ভাৰতীয় বৰ্ণাশ্ৰম ধৰ্ম্ম আৰু জাতিভেদৰ যি উল্লেখ পোৱা যায়, আহোম যুগত ঘাইকৈ চতুবৰ্ণৰ খেলি-মেলি দেখা যায়" (টাই সংস্কৃতিৰ ৰূপৰেখা, পৃষ্ঠা ১০০)। আৰু এটা উদাহৰণ আগবঢ়ালে স্বৰ্গদেওসকল যে ওচৰ-চুবুৰীয়াৰ পৰা ভাল ব্যৱহাৰৰ আশা কৰি বৰ অসম গঢ়াৰ পূৰ্ণ প্ৰস্তুতি চলাইছিল সেইটো পৰিস্কাৰকৈ জানিব পৰা যায়। সেই উদাহৰণটো হ'ল স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনত কছাৰী আৰু জয়ন্তীয়া ৰজাই বিশ্বনাথত লুইতত হাত জুবুৰিয়াই ঐতিহাসিক প্ৰতিজ্ঞাৰে সেই বৰ অসম গঢ়াৰ সপোনক বাস্তৱ ৰূপ দিছিল। "লাউ তল যাব, শিল উপঙিব, ক'লা বগা হ'ব, বগা ক'লা হ'ব আৰু ব্ৰহ্মপুত্ৰ উভতি গতি কৰিব, তেবে কি মোৰ কবুল ছাৰিবে" — এইদৰে শয়নে সপোনে স্বৰ্গদেউ সকলে অসম আৰু অসমীয়াৰ মহত্ব প্ৰদান কৰি গৈছে। আনকি স্বৰ্গৰ পৰা মৰ্ত্তলৈ একেকাৰ হোৱা স্বদেশ প্ৰেমৰ ইতিহাস পৃথিৱীৰ অন্য জাতিৰ বুৰঞ্জীত বিৰল, পৰম্পৰাগত প্ৰযুক্তি, নাও সজোৱা, শিলৈ সজোৱা ৰণ কৌশল, কূটনীতি, ৰাজনৈতিক বিচক্ষণতা, আমোদপ্ৰীয়তা ঘৰুৱা সম্পদ উন্নয়ন আৰু স্থানীয় প্ৰযুক্তিক কামত লগোৱা মানসিকতা, সকলোতে দিয়া গুৰুত্ব আৰু দেশপ্ৰেমৰ চূড়ান্ত উৎসৰ্গিত মনোভাৱেৰে আহোমসকলে যুগে পৃথিৱীৰ বুৰঞ্জীত নাম ৰাখিলে।

আহোম যুগত যৌন অপৰাধ প্ৰায় নাছিল, কাৰণ যৌন অপৰাধ, অসংযত অবৈধ সমন্ধৰ ক্ষেত্ৰত উগ্ৰ আৰু সমাজচ্যুতৰ শাস্তিৰ বিধান আছিল। তিৰোতাসকল পুৰুষৰ সমানে আগৰণুৱা আছিল, উদাহৰণ হিচাপে মূলাগাভৰুৰ কথা ক'ব পাৰি। আনকি ৰাজ কাৰ্যত ৰজাক পৰামৰ্শ দিয়াৰ এক্তিয়াৰ আহোম ৰমণী তথা তিৰোতাই লাভ কৰিছিল, আজিও অসমীয়া তিৰোতাই বিশেষ পৰ্দা-প্ৰথা নোহাৱাকৈ স্ব-নিৰ্ভৰশীল আৰু পুৰুষৰ সমানে আসন লাভ কৰাৰ সুবিধাকণ হয়তো তেতিয়াৰ পৰাই পৰম্পৰাগতভাৱে পাই আহিছে।

শেষত আলেকজেণ্ডাৰ মেকেঞ্জিৰ এটি উক্তিৰে সামৰিলো — " In the sleepy hollow of Assam, they (Ahoms) lot the qualities which had won them power and prestige, whill by adopting the language, customs and religion of their Hindu subjects, they speedily sank into the position of a mere ruling cost and ceased to present the characterisitics of an alienreace (The North East Frontier of Bengal)"

(আহোম জাতিৰ সৰ্বদিশৰ সুৰক্ষা সুৰক্ষিত হ'লেহে অসমীয়া বৃহৎ জাতি সত্বাৰ উন্নতি সম্ভৱ বুলি ভৱা লেখকৰ স্বৰ্গগত শহুৰ দেউা ৰুহিতেশ্বৰ গগৈ দেৱৰ পবিত্ৰ সোঁৱৰণত লেখাটো প্ৰস্তুত কৰা হ'ল।) ❑ ❑

# আহোম যুগৰ খেল-ধেমালি

☞ পিংকী কোঁৱৰ

আহোম ৰজাসকলৰ অন্যান্য সাংস্কৃতিক বিষয়ৰ প্ৰতি যিদৰে আগ্ৰহ আছিল, সেইদৰে খেল ধেমালিৰ প্ৰতিও আগ্ৰহ আছিল। এটা জাতি জীয়াই থাকিবলৈ মানসিক উৎকৰ্ষৰ যিমান প্ৰয়োজন, শাৰীৰিক সুস্থতা আৰু উৎকৰ্ষৰো সিমানেই প্ৰয়োজন। গ্ৰীক আদি জাতিৰ মাজত যেনেকৈ অতি পুৰণি কালৰে পৰা খেল-ধেমালিৰ প্ৰতি মনোযোগ দিয়া হৈছিল, সেইদৰে পৃথিৱীৰ বহুতো ৰাজ্যতে মনোযোগ দিয়া হোৱা নাছিল। আহোম ৰজাসকলে কিন্তু ৰাজকীয় প্ৰচেষ্টাৰেই খেল-ধেমালিৰ প্ৰতিযোগিতা আৰু প্ৰদৰ্শনীৰে জনসাধাৰণৰ মাজত ক্ৰীড়ামোদী মনোভাব এটা গঢ় দিবলৈ চেষ্টা কৰিছিল। আহোম যুগৰ খেল-ধেমালি বুলিলে ৰজাঘৰৰ পৃষ্ঠপোষকতাত অনুষ্ঠিত হোৱা খেল-ধেমালি আৰু প্ৰজা-সাধাৰণৰ মাজত প্ৰচলিত হোৱা খেল-ধেমালি এই দুটা ভাগত ভগাব পাৰি। প্ৰজা সাধাৰণৰ মাজত পৰিশ্ৰমৰ অৱসাদ দূৰ কৰি খেল-ধেমালি পাতিবলৈ সিমান আজৰি নাছিল, কিন্তু বিহু আদি উৎসৱৰ সময়ত খেল-ধেমালিত দেহা উবুৰিয়াই দিছিল। ৰজাঘৰৰ পৃষ্ঠপোষকতাত কিন্তু সময়ে সময়ে খেল-ধেমালি অনুষ্ঠিত হৈছিল আৰু প্ৰজাই উপভোগ কৰিছিল।

ৰংঘৰ আহোম যুগৰ ক্ৰীড়া সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ আৰু প্ৰেৰণাৰ উৎস আছিল। এই ৰংঘৰতে গইনা লৈ নতুন নতুন খেল-ধেমালিৰ সৃষ্টি হৈছিল নতুবা পুৰণি খেল-ধেমালিকে চুঁচি-মাজি নতুন সাঁচত ঢালিবলৈ চেষ্টা কৰিছিল। বিহুৰ স্বাভাৱিক খেল-ধেমালিবোৰে এই ৰংঘৰৰ পথাৰতে ৰাজকীয় স্বীকৃতি লাভ কৰিছিল। শেনৰ যুঁজ, বাঘ-ঘোঙৰ যুঁজ, হাতী-যুঁজ, ম'হ-যুঁজ এই ৰংঘৰৰ পথাৰতে অনুষ্ঠিত হৈছিল। স্বৰ্গদেও ৰুদ্ৰসিংহই খেল-ধেমালি চাবলৈ ১৫/১৬ হতীয়া শালকাঠৰ খুটাৰে কাঠৰ পাট দি চাং সাজি এটা ঘৰ সজাইছিল আৰু ইয়াৰে নাম দিছিল ৰংঘৰ। পিছত স্বৰ্গদেও প্ৰমত্তসিংহই ইটাৰে পকীকৈ দুমহলীয়া ৰংঘৰ সজায়। এইটো যেনিবা আজিকালিৰ ষ্টেডিয়ামৰ পেভিলিয়ন/এম্ফিথিয়েটাৰো বুলিব পাৰি। ৰংঘৰৰ সমুখতে মুকলি পথাৰৰ চাৰিওফালে এটা ওখ-বহল গড় মৰা হৈছিল; সেই গড়তে থিয় হৈ বা বহি প্ৰজাই খেল-ধেমালি চায়। স্বৰ্গদেও ৰাজেশ্বৰ সিংহই এই পকী ৰংঘৰটোৰ ওচৰতে ধুনীয়া অথচ সৰুকৈ এটা ৰংঘৰ সজাইছিল, যিটো ধ্বংস হ'ল।

ৰংঘৰৰ সন্মুখত সাধাৰণতে হাতী-যুঁজ, মাল-যুঁজ, বাঘ-ঘোঙৰ যুঁজ, ঘৰিয়াল-যুঁজ আদি অনুষ্ঠিত হৈছিল। কেতিয়াবা ম'হ আৰু হাতী, বৰা গাহৰি আৰু বাঘ আদিৰো যুঁজ হৈছিল, তদুপৰি বিহুৰ সময়ত বিহু-নাম, বিহু-নাচ আদিৰেও ৰংঘৰৰ বুকু ৰজনজনাই উঠিছিল।

হাতী-যুঁজ আৰু শেন-যুঁজ ৰজাঘৰীয়া খেল-ধেমালিৰ বিশেষ উল্লেখযোগ্য কাৰ্য্যসূচী। হাতী

যুঁজ সাধাৰণতে ৰংঘৰৰ পথাৰতে হৈছিল কিন্তু শেন-যুঁজ সুবিধাজনক ঠাই চাই সুকীয়া সুকীয়া ঠাইতো হৈছিল। হাতী যুঁজৰ বাবে দঁতাল হাতীকেই যুঁজলৈ অনা হয় আৰু যুঁজৰ বাবে অন্ততঃ দুশ হাতী ৰংঘৰৰ উত্তৰে থকা হাতীখোকত ৰখা হৈছিল। হাতী যুঁজাবলৈ হলে তাক ভালেমান দিনৰ আগৰে পৰা পুৰা-গধুলি বৰা চাউলৰ ভাত আৰু মাটি-মাহৰ আঞ্জা খুৱাবলৈ ধৰে। এইদৰে কিছুমান দিন খুৱালে হাতীয়ে বলিয়া তিয়াবলৈ ধৰে আৰু যুঁজিবলৈ উদ্‌গ্ৰীৱ হৈ পৰে। এনে সময়তে তেনেকুৱাকৈ বলিয়া তিওৱা হাতী আনি যুঁজিবলৈ লগাই দিয়ে। যুঁজিবৰ সময়ত পাকৈত মাউত হাতীৰ ওপৰত থাকে। হৰা-জিকা হোৱাৰ পিছত ইযোৰ সিযোৰকৈ বহুতো হাতী যুঁজোৱা হয়। হাতীৰ ডিঙিত একোটা গজঘন্টা আঁৰি দিয়ে। কেতিয়াবা হাতী হাৰি গ'লে সেই গজঘন্টাৰ শব্দ শুনিয়েই মানুহে আঁতৰি পলাব পাৰে। বাকী হাতী-ম'হ, বাঘ-ঘোং, বাঘ-ঘৰিয়াল, বাঘ-বৰাগাহৰি বা বহুতো জন্তু একে ঠাইতে থৈ যুঁজ কৰাবলৈ কিছুমান গঁৰাল মাৰিছিল আৰু সেই গৰাঁলৰ ভিতৰতে যুঁজ পাতিছিল। ম'হ-যুঁজ ৰংঘৰৰ পথাৰৰ বাহিৰেও মুকলি পথাৰতো অনুষ্ঠিত হৈছিল। ৰূপহীপথাৰ, মেটেকাপথাৰ, বগীদ'লৰ পথাৰ আদিত শ শ ম'হৰ যুঁজ হৈছিল।

শেন-যুঁজ বৰ আমোদজনক অনুষ্ঠান। স্বৰ্গদেও ৰুদ্ৰসিংহৰ দিনত সন্দিকৈ বৰফুকনেই এই বহৰী শেনৰ খেল উলিয়াইছিল বুলি বুৰঞ্জীত লিখা আছে। ইয়াৰ আগতে সৰু শেনৰ খেলহে প্ৰচলন আছিল। মাঘৰ পৰা বহাগলৈ এই চাৰিটা মাহতে শেন-যুঁজ অনুষ্ঠিত হয়। শেন-যুঁজ হলে আগতীয়াকৈ সদৌ ৰাজ্যতে জনাই দিয়ে আৰু হেজাৰ-বিজাৰ প্ৰজাই এই আমোদ উপভোগ কৰে। সাধাৰণতে গোটাচেৰেক কণুৰা ধৰি পথাৰ খাৰৈত থৈ দিয়ে। সিহঁতে নিয়মীয়াকৈ মাছ খাবলৈ ধৰে। এইদৰে মাছ খাবলৈ পাই ইটো-সিটোকৈ কণুৰা আহি জুম বান্ধেহি। এইদৰে কণুৱাৰ সংখ্যা সৰহ হলেই ৰাজ্যৰ চাৰিওপিনে শেন যুঁজৰ জাননী পঠিয়ায়। আন পিনে শেনচোৱাই শেন ধৰি ভালকৈ শিকনি দি যুঁজাবলৈ আহে। দৰ্শক আৰু ৰজা আহি পালে যথাসময়ত কণুৰাবোৰ মানুহে ভয় খুৱাই উৰুৱাই দিয়ে। কণুৰা উৰি আকাশ ছানি পেলায়। এনেতে শেনচোৱাই শেন মেলি দিয়ে। শেন মেলি দিলেই খেদি গৈ কণুৰাৰ মাজত সোমাই পৰে আৰু যুঁজিবলৈ ধৰে। পাকৈত শেন হলে ইটো সিটোকৈ বহুতো কণুৰা মাৰে। মৰা কণুৰা আহি মাটিত পৰিলে প্ৰজাৰ মাজত আনন্দৰ পাৰ নোহোৱা হয়। যুঁজি যুঁজি শেষত শেনটোৱে মৰা কণুৰা এটাৰ বুকুত বহি নামি আহে। এইদৰে শেন কণুৰাৰ যুঁজত শেন জিকিলে শেনচোৱাক বঁটা দিয়ে। কেতিয়াবা শেনে কণুৰা নেমাৰি পলাই যায়। তেতিয়া দুডাঁৰ তিনিডাঁৰ সময় বাট চাই শেন উলটি নাহিলে, শেনচোৱাক দণ্ড কৰে। শেনক শিকনি দিয়া, ৰোগব্যাধি হলে চিকিৎসা কৰা আদিৰ এখন পুথি 'বুৰঞ্জী আৰু পুৰাতত্ত্ব' বিভাগত সংৰক্ষিত হৈছে।

বনৰীয়া জীৱ-জন্তুৰ যুঁজৰ উপৰিও মাল-যুঁজ, ঘোঁৰাদৌৰ, তৰোৱাল-খেল, লাঠি-খেল, কাঁড়-খেল আদিও অনুষ্ঠিত হৈছিল। তদুপৰি নৈ আৰু পুখুৰীত চ'ৰা নাও, পানচৈ নাও, বৰ নাও আদিৰো

খেল অনুষ্ঠিত হৈছিল।

কৃষি যুগতেই জন্ম হোৱা বিহু উৎসৱ বাঁহতলে-গছতলে চলি আছিল কিন্তু আহোম যুগতে ই জাতীয় উৎসৱত পৰিণত হৈ ৰাজকীয় স্বীকৃতি লাভ কৰে। বহাগৰ বিহুত যোৰে যোৰে হুচৰি আহি ৰজাক আশীৰ্বাদ দিয়েহি। সেই সময়ত অৰ্থাৎ বছৰেকৰ বিহুৰ দিনা স্বৰ্গদেৱেও ৰাইজৰ আগত আঁঠু লয়। বিহুৰ কেইদিন সকলো বা-বিষয়া, কাঁড়ী-পাইকে আজৰি পায়। স্বৰ্গদেৱৰ আগত হুচৰি গাওঁতে সমুচিত মাননি দিয়াৰ উপৰিও ঢুলীয়া, নাচনিয়াৰ, পেঁপুৱাৰ পাৰ্গতালিত মোহিত হৈ বঁটা দিয়ে। এইদৰে ৰজাই বিহু উৎসৱৰ উৎকৰ্ষ সাধনৰ বাবে অশেষ বৰঙনি যোগাইছিল।

ৰজাঘৰৰ বাহিৰে প্ৰজাৰ মাজত সাধাৰণভাৱে বৰ বেছি খেল-ধেমালি প্ৰচলিত নাছিল। চেঙেলীয়া ল'ৰাৰ মাজত ঘিলা খেলটো অধিক জনপ্ৰিয় আছিল। বহাগৰ বিহুৰ আগত চ'ত মাহত প্ৰচুৰ পৰিমাণে কড়ি খেল অনুষ্ঠিত হৈছিল। বহাগৰ বিহুৰ সাদিনলৈকে ল'ৰা-বুঢ়া সকলোৰে মাজত কণী-যুঁজ হৈছিল। আনপিনে মাঘৰ বিহুৰ সময়ত গাৰেঁ-ভূঞে ম'হ-যুঁজ হৈছিল। কেতিয়াবা কেতিয়াবা মাল-যুঁজো হৈছিল। তদুপৰি চেমনীয়া তৰপৰ ল'ৰাৰ মাজত গছ-কবদি, হৈ কবদি আদিও হৈছিল। সৰু সৰু ল'ৰাৰ মাজত হেতালি, চণ্ডালি, কুকুৰ-পোৱালি, কচু-গুটি, খু লি -খেল, কুকুৰা-ঠেঙ্গীয়া, ইৰিকিটি-মিৰিকটি আৰু কিছুমান শব্দ জড়িত খেলৰ প্ৰচলন আছিল।

কুকুৰা-যুঁজ আহোমসকলৰ মাজত অতি পুৰণি কালৰেপৰাই চলি আহিছিল। সাধাৰণ প্ৰজাৰ উপৰিও ৰজায়ো কুকুৰা-যুঁজত ভাগ লৈছিল। ৰজাই কুকুৰা যুঁজাবলৈ যোৱাৰ কথা বুৰঞ্জীত পোৱা যায়। মাছ-মৰা, পহুচিকাৰ আদিও আমোদৰ অঙ্গ আছিল। বিভিন্ন সময়ত ৰজাই মগৃয়া কৰিবলৈ যোৱাৰ কথা বুৰঞ্জীত আছে। এইদৰে চিকাৰ কৰোঁতে বনৰীয়া পহু, ম'হ, হাতী, বাঘ আদি বধ কৰিছিল। তদুপৰি ৰজাই জাল পাতি পহু ধৰাই আনি পহুগড় বা ছঅঁৰা পুখুৰীত থৈছিল। নগৰত থাকোঁতে চিকাৰ কৰিবৰ মন গ'লে এই পহু-চিকাৰ আদিত এহাতে আমোদ, আনহাতে ভোগৰ সমল যোগাবৰ মাধ্যম হিচাপে চলিছিল।

খেল-ধেমালি, আমোদ-উৎসৱৰ মাজেদি এটা জাতিৰ প্ৰাণৰ সবলতা আৰু সৌষ্ঠৱ প্ৰকাশ পায়। তদুপৰি ই মানুহৰ মনত প্ৰতিযোগিতাৰ শক্তি সজীৱ কৰি সময়ত সাময়িক পৰাজয়ৰ গাতে গইনা লৈ অনাগত ভৱিষ্যতত বিজয়ৰ বিৰাট সম্ভাৱনা সৃষ্টি কৰে। আহোম স্বৰ্গদেওসকলে এখন বিৰাট সাম্ৰাজ্যৰ জটিল দায়িত্ব-পালনৰ মাজতো আজৰি উলিয়াই ৰজা-প্ৰজা উভয়ৰে ৰং-আনন্দলৈ চকু দিছিল আৰু তাৰ উৎকৰ্ষ সাধনৰ বাবে অশেষ বৰঙনি যোগাই এটা সুস্থ-সবল অসমীয়া জাতি গঢ় দি তুলিছিল। ❑❑

# সৃষ্টিৰ ৰহস্যৰ আঁৰত চাও ফুৰা কুএঙ ইং কা ফ্ৰা

'সংগ্ৰাহক
চাও ৰঞ্জিত চাও চিং

টাঁই আহোমৰ এটা নিজা ৰীতি-নীতিৰ ধৰ্ম পৰম্পৰা আছে। বহুতে প্ৰশ্ন কৰে টাই আহোমৰ ধৰ্মনো কি ফুৰালুং নেকি? টাই আহোমৰ ধৰ্ম ফুৰালুং নহয়। তেন্তে কি? টাই আহোমৰ ধৰ্ম তাও ধৰ্ম প্ৰকৃতিৰ নিয়ম-কানুনৰ আধাৰ ফুৰালুং হৈছে ঈশ্বৰৰ নাম-গুণ লোৱা সমাজ বা সঙ্ঘ যেনে শঙ্কৰ সঙ্ঘ ঠিক তেনে এটা সঙ্ঘ হে মাথোন ই ধৰ্ম নহয়। টাই ভাষাত ঈশ্বৰক ফ্ৰা বা ফুৰা বোলে সেয়েহে বহুতে তাঈ আহোমৰ ধৰ্মটোক ফুৰালুং বুলি থোৰতে কয়। টাই আহোম ধৰ্ম মতে অনুষ্ঠিত যিকোনো পূজাৰ আৰম্ভণিতে ফুৰা বন্দনা কৰা হয়। ফুৰা বন্দনাটো হ'ল আই চিংলাও যিটো টাই আহোমৰ ধৰ্ম শাস্ত্ৰ লিং লাই পেঞ্ কা কা প্ৰথম খণ্ডত লিপিবদ্ধ কৰা আছে। আই চিং লাওত ফুৰা সম্পৰ্কে এইদৰে উল্লেখ আছে -

চাও নু ৰু চাও কাও ঐ
ফা তু চিং ফ্ৰং হুম
ফা লাই বেৎ ফা পিন বেং
ফা ফু ৰা তা ৰা আ লং
ছি কি আ ৰা নি পান

এই শব্দ খণ্ড বাক্য অৰ্থ বিচাৰি চালে ফুৰা সম্পৰ্কীয় এক সম্যক জ্ঞান আহৰণ কৰিব পৰা যায়। চাও নু ৰু চাও কাও বাক্য ফাকিৰ অৰ্থ এনে ধৰণৰ ভাৱ প্ৰকাশ কৰিছে।

১) চাও - গৰাকী, নু - ওপৰত, ৰু - মুৰ, চাও - গৰাকী, কাও - মই বা মোৰ অৰ্থাৎ মোৰ মুৰৰ ওপৰৰ গৰাকীজন।

২) ফা - তু-চিং-ফ্ৰং-হুম ৰ ভাৱ অৰ্থ, ফ্ৰা - ঈশ্বৰ, তু - ধৰা, চিং - জয় কৰা, ফ্ৰং - প্ৰতিপালন কৰা, হুম - ব্যাপকতা ফুৰাই ব্যাপকতাক ধৰি ৰাখি প্ৰতি পালন কৰি আছে।

৩) ফা লাই পেং ফা পিন বেং ৰ অৰ্থ হৈছে সকলো ফালে ঢাল খাই যোৱা।

৪) ফুৰা তা ৰা আলংৰ ভাৱাৰ্থ ফুৰা সকলোতে বিৰাজমান।

৫) ছি কি আ ৰা নি পানৰ অৰ্থ হৈছে ফুৰাই জড়-জীৱক অসংখ্য শ্ৰেণীত ভাগ ভাগ কৰি বিৱৰ্ত্তন হ'বলৈ এৰি দিছিল। টাই আহোমৰ আদি শাস্ত্ৰৰ ভিতৰত লিং লাই পেঞ্ কাকা হ'ল এখন মুল শাস্ত্ৰ।

এই শাস্ত্ৰক সৃষ্টিৰ অৱতাৰণা আৰু প্ৰত্যাগমন (প্ৰত্যাৱৰ্ত্তন) শাস্ত্ৰ বুলিও আখ্যা দিব পাৰি। লিৎ লাই পেঞ্ কা কা মতে সৃষ্টি পূৰ্বতে মাত্ৰ মহা শূণ্য হে বিৰাজমান আছিল। তাত দেৱ-দেৱী, চন্দ্ৰ-সূৰ্য, গ্ৰহ-নক্ষত্ৰ, বতাহ ইত্যাদি একো নাছিল। চাৰিওফালে আন্ধাৰ নিস্তব্ধতা আৰু অৰাজকতা বিদ্যমান আছিল। তেতিয়ালৈকে আদি শক্তি ফা তু চিং হুম নিৰ্ষ্কমা হৈয়ে আছিল। বহু কাল অতিক্ৰম কৰা পাছত আদি শক্তি ফা তু চিং ফ্ৰং হুমৰ গতি স্থিৰ হ'ল আৰু কোনো এক ৰূপ ধাৰণ কৰিলে। সেই ৰূপ ধাৰণ কৰা জনেই হ'ল কুঞ্ৰা ইং কা ফ্ৰা (সৃষ্টিকৰ্তা) ভগৱান। তেওঁ গভীৰ নিদ্ৰাত ঘাম ববলৈ ধৰাত সৃষ্টি পাতনি মেলিবলৈ মন কৰিলে। তেওঁৰেই ছায়া মূৰ্ত্তীটোৱে এটা গোলাকাৰ জড় পিণ্ডৰ ৰূপ ধাৰণ কৰিলে। এই গোলাকাৰ জড় পিণ্ডটোৱে অন্তঃকালত কম্পনৰ সৃষ্টি হ'ল আৰু ভীষণ শব্দ কৰি উদ্গীৰণ হৈ বিস্ফোৰণৰ জুইৰ নিচিনা অপূৰ্বজ্যোতি ওলাই মহাকাশ জিলমিলাই তুলিলে। কুঞ্ ইং কা ফ্ৰাই সেই সময়ত নিজৰ গাৰ ভৰতে মকৰাৰ ৰূপ ধৰি কক্ষপথ সহ এখন অপূৰ্ব মকৰাজাল (কাও মকজং) সৃষ্টি কৰিলে আৰু নিজৰ স্বৰূপ ঢাকি কেন্দ্ৰত বাহ সাজি সোমাই থাকিল।

পেঞ্ কা কা শাস্ত্ৰ খনে ফুৰাক (ভগৱানক) দুটা ভাগত ভগাই চে এজন নিৰাকাৰ (ফা তু চিং ফ্ৰং হুম্) নিগুণ আৰু সৰ্বব্যাপি কুঞ্ ইং কা ফ্ৰা (দ্বিতীয়জন) হ'ল সৃষ্টিকৰ্ত্তা ভগৱান দ্বিতীয়জনৰ আকাৰ আছে বুলি মত প্ৰকাশ কৰিছে আৰু লিও লাই পেঞ্ কা কাৰ মতে কামনা আৰু ৰাজকৰ্ত্তা এই দুটাই বিৱৰ্ত্তনৰ মূল উৎস। বিজ্ঞানীসকলৰ মতে মহা ব্ৰহ্মাণ্ডত চাৰিটা মহান মৌলিক শক্তিয়ে সৰ্বকাল ক্ৰিয়া কৰি আছে। সেই বিলাক হৈছে মহাকৰ্ষণ, অভিকৰ্ষণ শক্তি, বৈদ্যুতিক চুম্বক শক্তি, অনুমধ্যষ্ঠ প্ৰৱল পৰমাণু শক্তি আৰু অনুমধ্যষ্ঠ দুৰ্বল পৰমাণু শক্তি। আকৌ মহাব্ৰহ্মাণ্ডৰ প্ৰাকৃতিক শক্তিসমূহ হ'ল - জল, স্থল, আকাশ, বতাহ, তাপ, পোহৰ আদিয়েই জীৱৰ সৃষ্টিৰ কাৰক (উৎস) অৰ্থাৎ প্ৰাকৃতিক উপৰি পুৰুষ বা চাও ফা সকল। এই সকলোকেই তৰ্পণ, উৎসৰ্গা, উপাসনা কৰা হয়। উল্লিখিত মহান মৌলিক শক্তি চাৰিটা মিলিত হৈ এক মহা মৌলিক শক্তি অথবা মহাশূণ্য বুলি কোৱা হৈছে। ই সকলোতে বিৰাজমান আৰু ইয়াৰ লগত চ্যাও ফীসকলে অবিৰাম ক্ৰিয়া কৰি আছে। এই ক্ৰিয়াকে টাই আহোম সকলে ধৰ্মীয় শাস্ত্ৰ লিৎ লাই পেঞ্ কা কাত মহান ফুৰা (চাও ফুৰা) বা ভগৱান বুলি মানি আহিছে। ❑❑

# আহোম শাসনত ভূমি-জৰীপ আৰু জোখ-মাখ ব্যৱস্থা

*✍ ভূপেন গগৈ*

মানৱ সভ্যতাৰ ক্ৰমবিকাশৰ পথত কৃষি আৰু স্থায়ী বসতি আৰম্ভ হোৱাৰ পৰাই ভূমি বা মাটি মানৱ সমাজত আটাইতকৈ মূল্যৱান সম্পদ হিচাবে পৰিগণিত হৈ আহিছে। মানুহৰ ক্ৰমবিকাশত ৰাষ্ট্ৰ ব্যৱস্থা সূচনাৰ পৰা শাসক বা ৰজা-মহাৰজা সকলে ভূমিকেই দেশৰ শক্তিৰ মূল আধাৰ হিচাবে ব্যৱহাৰ কৰিছিল। দেশৰ ৰাজহৰ মূল উৎস আছিল ভূমি আৰু সেইবাবে দেশৰ সমগ্ৰ ভূমিৰ গৰাকী আছিল ৰজা। ৰাজতান্ত্ৰিক শাসন ব্যৱস্থাত বিশেষকৈ যিবোৰ দেশত মুদ্ৰা ব্যৱস্থাৰ নিয়মীয়া প্ৰচলন তেনেবোৰ দেশত মুদ্ৰা ব্যৱস্থাৰ নিয়মীয়া প্ৰচলন নাছিল। তেনেবোৰ দেশত প্ৰশাসন চলোৱাৰ ক্ষেত্ৰত ভূমিয়েই আছিল মূলগত আহিলা। সেয়ে ভূমি পৰিচালনা ৰাষ্ট্ৰৰ বাবে প্ৰধান কাম হৈ পৰিছিল।

এই প্ৰসঙ্গৰে আমি আহোম শাসন ব্যৱস্থাত ভূমি জৰীপ আৰু জোখ-মাখ সম্পৰ্কে আলোচনা কৰাৰ এক সামান্য প্ৰয়াস কৰিছো। পোনচাতে ক'বলৈ গ'লে স্বৰ্গদেউ প্ৰতাপ সিংহক ৰাজত্বকালৰ পৰাহে ৰাজ্যখনত ভূমিৰ জৰীপ আৰু জোখ-মাখৰ ব্যৱস্থা পদ্ধতিগতভাৱে চলিবলৈ ধৰে। ইয়াৰ পূৰ্বে ৰাজ্যখনৰ সঠিক ভৌগোলিক পৰিসীমাৰ লগতে কৃষি আৰু ভূমি ৰাষ্ট্ৰীয় ব্যৱস্থাৰ প্ৰয়োজনত সঠিকভাৱে নিৰ্মিত হোৱা নাছিল। চুহুংমুং দিহিঙীয়া ৰজাৰ (১৪৯৭-১৫৩৯) দিনত ক্ষুদ্ৰ পৰিসৰৰ ৰাজ্যখনৰ ভৌগোলিক সীমা সুদূৰ সোণকোষ নদীলৈকে বিস্তাৰ হৈছিল যদিও এই হঠাতে বিশাল হৈ পৰা ৰাজ্যখনৰ ভূমি মানুহ আৰু অন্যান্য প্ৰাকৃতিক সম্পদৰাজী আহৰণ আৰু ব্যৱহাৰৰ তাগিদা আহিব পৰাকৈ ৰাষ্ট্ৰীয় গাঠনি উপযুক্ত হৈ উঠা নাছিল। জনজাতীয় চৰিত্ৰৰ প্ৰশাসনেৰে পৰিচালিত ৰাজ্যখনৰ বিস্তৃত অঞ্চল হাবি-জঙ্ঘল, জলাহ-পিতনি আদিৰে ভৰি আছিল। তাৰ মাজে মাজে তুলনামূলকভাৱে ওখ আৰু মুকলি ঠাইবোৰত জনজাতীয় পৰ্যায়ৰ বাসিন্দাসকলে ঝুমখেতি আদিৰে বসতি কৰি আছিল। ঠিক সেই অনুসৰি হাবি-জঙ্ঘলেৰে ভৰা ৰাজ্যখনৰ সীমা কোনফালে ক'লৈকে আছিল ক'ব পৰা অৱস্থাত নাছিল। ৰাষ্ট্ৰৰ তদানীন্তন অৱস্থাৰ বাবে ভূমিৰ সঠিক কৰ্ষণ, হাবি মাটি মুকলি কৰি অধিক কৃষিভূমি উলিওৱা, প্ৰজাক ৰাজহ আৰু দেশৰ নিৰাপত্তাৰ স্বাৰ্থত সংগঠিত কৰা আদি কামৰ প্ৰয়োজন অনুভূত হোৱা নাছিল। সেয়ে প্ৰতাপ সিংহৰ দিনলৈকে আহোম ৰাজ্যত মাটিৰ সঠিক জৰীপ আৰু জোখ-মাখৰ তেনেকৈ প্ৰয়োজন অনুভূত হোৱা নাছিল।

আহোম ৰাজ্যত পোন প্ৰথম ৰজা প্ৰতাপ সিংহৰ দিনতেই পদ্ধতিগতভাৱে ভূমিৰ জৰীপ আৰু জোখ-মাখ কৰাৰ ব্যৱস্থা প্ৰৱৰ্ত্তন হয়। ইয়াৰ এক বিশেষ পটভূমি আছিল। বিশেষতঃ ৰাজ্যৰ ৰাজহ ব্যৱস্থাটো সুংবদ্ধ কৰাৰ স্বাৰ্থতেই ইয়াৰ মূল আধাৰ হিচাবে ভূমিৰ সঠিক হিচাবৰ প্ৰয়োজন হৈছিল। পাইক ব্যৱস্থা প্ৰৱৰ্ত্তন লগে লগে তেওঁলোকে দেশৰ বাবে নিয়মিত শ্ৰম আগবঢ়োৱাৰ বাবদ

ৰাষ্ট্ৰীয় সম্পদ ভূমিৰ নিৰ্দিষ্ট অংশ মজুৰি হিচাবে দিব লগা হৈছিল। ইয়াৰ বাবে ৰাজ্যৰ ভৌগোলিক সীমা নিৰ্দিষ্টভাৱে চিহ্নিত কৰা আৰু সেই সীমাৰ ভিতৰত বসতি কৰা লোকক পিয়ল কৰিব লগা হৈছিল। সাধাৰণ পাইকৰৰ পৰা আৰম্ভ কৰি বিভিন্ন স্তৰৰ ডা-ডাঙৰীয়া আৰু বিষয়ালৈকে ৰাষ্ট্ৰৰ বাবে আগবঢ়োৱা সেৱাৰ বাবদ মজুৰি হিচাবে নিৰ্দিষ্ট জোখৰ কৃষিযোগ্য ভূমি আবন্টণ দিয়া হৈছিল। ইয়াৰ বাবে ভূমিৰ জৰীপ আৰু জোখ-মাখ কৰাৰ ব্যৱস্থা জৰুৰী হৈ পৰিছিল।

খৃষ্টাব্দ সোতৰশ শতিকাৰ আৰম্ভণিৰ পৰা সূচনা হোৱা আহোম ৰাজ্যৰ ভূমি জৰীপ ব্যৱস্থাই ৰাজ্যখনৰ সামগ্ৰিক অৱস্থাত পৰিবৰ্তন সাধনেৰে এক উন্নত স্তৰত উপনীত কৰাইছিল। প্ৰতাপ সিংহই মাটিৰ জোখ-মাখ কাৰ্যত বিশেষ আহিলা হিচাবে চাৰে সাত চাৰি আঙুলি দীঘল জোখৰ এডাল বাঁহ ব্যৱহাৰ কৰিছিল। আজিও অসমৰ গাঁৱত মাটিৰ জোখ উলিওৱা কামত মাপক হিচাবে এই বাঁহ ডাল ব্যৱহাৰ কৰা হয়। ইয়াক নল বুলি কোৱা হয়। এই ব্যৱস্থা সম সাময়িক মোগল সাম্ৰাজ্যতো প্ৰচলন আছিল। প্ৰতাপসিংহৰ দিনত সমগ্ৰ ৰাজ্যৰ ভূমি জৰীপ সম্ভৱ হোৱা নাছিল। কিয়নো তেওঁৰ ৰাজত্বকালৰ সৰহখিনি সময় মোগলৰ বিৰুদ্ধে যুদ্ধ কৰোতেই অতিবাহিত হৈছিল। যুদ্ধত ব্যস্ত থাকি তেওঁ ভূমি জৰীপৰ দৰে কামৰ বাবে আঁহৰি পোৱা নাছিল। প্ৰতাপ সিংহৰ এই কাৰ্যৰ সুদক্ষ সহযোগী আছিল মোমাই তামুলী বৰবৰুৱা।

প্ৰতাপ সিংহৰ পিছত আহোম ৰাজ্যত মাটি জৰীপৰ কাম পুনৰ হাতত লৈছিল চক্ৰধ্বজ সিংহই (১৬৬৩-৭১)। তেওঁ মোগলৰ বিৰুদ্ধে শৰাইঘাটৰ যুদ্ধৰ বাবে ব্যাপক ৰূপত প্ৰস্তুতি চলাওতে মিৰজুমলাৰ অসম আক্ৰমণৰ সময়ত ভাগি যোৱা গাঁৱৰ পাইকসকলক পুনৰ সংগঠিত কৰিব লগা হৈছিল আৰু সেইসকল পাইকক পূৰ্বৰ দৰে দুপুৰাকৈ কৃষি ভূমি দিবলৈ যাওতে দেশৰ মাটিৰ হিচাব এটা লব লগা হৈছিল। ইয়াৰ পিছৰ পৰা প্ৰায় প্ৰতিজন ৰজাৰ দিনতেই দেশৰ ভূমিৰ জৰীপ কাৰ্য হাতত লোৱা হৈছিল। বিশেষকৈ দেশৰ মূল সম্পদ হিচাবে ইয়াৰ সঠিক প্ৰয়োগ আৰু কৃষিৰ উন্নতিৰ এই ব্যৱস্থা নিয়মীয়াকৈ কৰিব লগা হৈছিল।

গদাধৰ সিংহৰ ৰাজত্বকালত ভূমি জৰীপ সমগ্ৰ ৰাজ্যখনত অধিক পদ্ধতিগতভাৱে কৰা হৈছিল। গদাধৰ সিংহই ল'ৰা ৰজাৰ ভয়ত পলাই ফুৰা কালত কিছু দিনৰ বাবে কামৰূপত থাকোতে মোগলৰ ভূমি জৰীপ লক্ষ্য কৰাৰ সুবিধা পাইছিল। তেওঁ ৰজা হোৱাৰ পিছত মোগলৰ ব্যৱস্থা অসমত প্ৰৱৰ্তন কৰে। পোন প্ৰথমে ৰাজধানীৰ সমীপত শিৱসাগৰ অঞ্চলত আৰম্ভ কৰি লাহে লাহে সমগ্ৰ ৰাজ্যতে সম্পূৰ্ণ কৰে। ব্ৰিটিছৰ সময়লৈকে এই ব্যৱস্থাই বাহাল থাকে। এই ব্যৱস্থা অনুসৰি মাটি জোখা নল ডালৰ জোখ পূৰ্বতকৈ দীঘল কৰি এতিয়া বাৰ ফুটৰ কৰা হ'ল। নলডালক মাপক হিচাবে লৈ মাটিক লোচা , কঠা, বিঘা আৰু পুৰাত ভাগ কৰা হ'ল। গদাধৰ সিংহৰ পিছৰ পৰা ভূমি জৰীপ এক নিয়মীয়া কামত পৰিণত হোৱাত তেওঁৰ পৰৱৰ্ত্তী ৰজাসকলে এই কাৰ্যৰ বাবে বঙ্গদেশৰ পৰা পাকৈত লোক আনিও নিয়োগ কৰিছিলহি।

মধ্য যুগৰ অসমত প্ৰচলিত মাটিৰ বিভিন্ন জোখ সম্পৰ্কে বিভিন্ন লিপি, আহোম যুগত ৰচিত

বুৰঞ্জী পুথি আদিত উল্লেখ পোৱা যায়। ১৬২৩ শকৰ (১৭০১ চন) ৰুদ্ৰ সিংহৰ এখন ভূমিদান ফলিত 'পুতি' বা 'পুতক' জোখৰ ভূমিৰ উল্লেখ পোৱা যায়। পুতি আৰু পুতক প্ৰাচীন পৰম্পৰাগত জোখ কিয়নো চুতীয়া ৰজাৰ ভূমিদান ফলিতো পুতি জোখৰ মাটিৰ উল্লেখ পোৱা যায়। পুতিৰ জোখ পিছৰ কালত প্ৰচলিত পুৰাৰ জোখৰ সৈতে মিল আছিল। আনহাতে দি চাং ৰুং ফুকনৰ বুৰঞ্জী আৰু কছাৰী বুৰঞ্জীত পুতিৰ পৰিৱৰ্ত্তে 'পুৰা'ৰ উল্লেখ আছে। কিছু অভিলেখতো পুৰাৰ উল্লেখ পোৱা যায়। পাইকসকলৰ পুৰাৰ জোখতেই ভূমি আবন্টন দিয়া হৈছিল। প্ৰতিজন পাইকে দুপুৰাকৈ মাটি পাইছিল। কিন্তু প্ৰাচীন কালৰ পৰা কিহৰ ভিত্তিত পুৰা ভিত্তিত নিৰ্দ্দিষ্ট জোখত ভূমি ভাগ কৰা হৈছিল ভাবি চাব লগা কথা। পিছৰ কালত নিৰ্দ্ধাৰিত হোৱা বিঘাৰ জোখৰ মাটি (১৪,৪০০ বৰ্গ ফুট)ৰ পুৰাৰ জোখৰ সৈতে সম্পৰ্ক আছে। প্ৰতি চাৰি বিঘা মাটিৰে এপুৰা মাটি হয়। এই জোখ বৰ্তমানেও চলি আছে।

ইয়াৰোপৰি পুৰাৰ জোখৰ মাটিক আকৌ হাল, হালিছা আৰু লোছা বা লেছাৰ জোখেৰে বুজোৱা হৈছিল। হাল বা হালিছাজোখৰ মাটিৰ জোখ এহাল গৰুৰে এদিনত হাল বাব পৰা জোখৰ মাটিখিনিকে বুজোৱা হৈছিল। হেমকোষত এক হালিছা মাটি এক বিঘা মাটিৰ সমান বুলি কোৱা হৈছে। আজিকালি অৱশ্যে গাঁৱত বিঘা আৰু হালিছাৰ জোখৰ মাজত বৰ বেছি সম্পৰ্ক থকা দেখা নাযায়। বৰ্ত্তমান যুগৰ দৰে মধ্য যুগতো লোছাই আছিল মাটিৰ হিচাবৰ নূন্যতম একক।

মাটিৰ জোখ উলিওৱা সঁজুলি নিৰ্দ্দিষ্ট জোখৰ বাঁহডালৰ জোখত তাৰতম্য দেখা যায়। সেইযুগত টাৰ আৰু বৰ্ত্তমান যুগত নল হিচাহ প্ৰচলিত বাঁহডাল ঠাই বিশেষে সাত আৰু আঠ হাতৰ আছিল। উদাহৰণস্বৰূপে নগাওঁ অঞ্চলত সাত হাতৰ পৰিবৰ্ত্তে গুৱাহাটী অঞ্চলত প্ৰচলন আছিল আঠ হাত দৈৰ্ঘ্যৰ নল। আনহাতেদি প্ৰতাপ সিংহৰ দিনত উজনি অসমত ব্যৱহাৰ হৈছিল সাত হাত এক বেগেত চাৰি আঙুল দৈৰ্ঘ্যৰ নল। এক নলৰ জোখৰ মাটিক এক বেও বোলা হৈছিল। সাধাৰণতে ঘৰৰ ভেটি আৰু বাৰী মাটিৰ জোখ উলিয়াওতে বেওঁৰ হিচাব ধৰা হৈছিল।

আহোম শাসনত কেৱল ভূমি জৰীপ আৰু জোখ-মাখ কৰিয়েই সামৰা নাছিল। জৰীপ আৰু জোখ-মাখৰ পিছত প্ৰাপ্ত তথ্য লিপিবদ্ধ কৰি ভালকৈ সংৰক্ষণ কৰি ৰখাৰো ব্যৱস্থা আছিল। এই সম্পৰ্কীয় তথ্য সম্বলিত কাকত সমূহক পেৰা কাকত বা পেৰা কাগজ বোলা হয়। সাধাৰণতে বাঁহ আৰু কাঠৰ পেৰাত ভৰাই যোৱা বাবেই ইয়াক পেৰা কাকত বোলা হয়। পেৰাবোৰ গন্ধীয়া ভঁৰালত থোৱা হৈছিল। আমি আগতেই উল্লেখ কৰিছো যে অসমত ভূমি জৰীপৰ বাবে বঙ্গদেশৰ পৰা দক্ষলোকক অনা হৈছিল। তেওঁলোক বৰুৱা পৰ্যায়ৰ বিষয়া এজনৰ অধীনত নিযুক্ত কৰা হৈছিল। সৰ্বানন্দ ৰাজকুমাৰৰ মতে দৰবধৰা বৰুৱাৰ তত্বাবধানত ভূমি-জৰীপ কাৰ্য চলোৱা হৈছিল ('দৰব'ৰ অৰ্থ টাৰ বা নল)। পেৰাকাকতবোৰত সাধাৰণতে প্ৰথমতে সাঁচীপাত বা তুলাপাতত লিখা হৈছিল। কিন্তু ইবিলাকৰ আয়ুস বৰ বেছি নহয়।

সেয়ে ব্ৰাহ্মণ পুৰোহিত, মঠ-মন্দিৰ আদিত প্ৰদত্ত ভূমিৰ নথি দীৰ্ঘকাল জুৰি নষ্ট নোহোৱাকৈ সুৰক্ষিত অৱস্থাত ৰখাৰ বাবে তাম্ৰপত্ৰত লিখাইছিল। তাম্ৰপত্ৰখন দান পোৱা ব্যক্তি বা অনুষ্ঠানটোৰে ৰাখি তাৰ নকল পেৰাকাকতখন গন্ধীয়া ভঁৰালত থোৱা হৈছিল। ❏❏

# আহোম যুগৰ সাজ-পাৰ আৰু আ-অলঙ্কাৰ

✍ পল্লৱী বৰুৱা

আহোম যুগ সাজপাৰ আৰু আ-অলঙ্কাৰৰ বাহুল্যৰ যুগ। আহোমসকলে পূৰ্বতে ক'লা কাপোৰ পিন্ধিছিল। বুৰঞ্জীত আহোম মানুহৰ বৰ্ণনা দিওঁতে কৈছে, "মানুহবোৰ লণ্ডা-মুণ্ডা, গাতো ক'লীয়া কাপোৰ।" শকত-আৱত মানুহবোৰ, পিন্ধনত ক'লা কাপোৰ। পাছলৈ আহোম মানুহে ক'লা কাপোৰ এৰি বগা কাপোৰ পিন্ধিবলৈ ধৰে। তেওঁবিলাকৰ তেজ-মঙহৰ সম্বন্ধ থকা খামতি-ফাকিয়াল আৰু শ্যামসকলে এতিয়াও ক'লা কাপোৰ পিন্ধে। আহোমসকলে নিজৰ জাতীয় ৰীতি এৰি পেলোৱা বাবে এতিয়াও 'টাই-ম্যুং-নুন্' অৰ্থাৎ বগা কাপোৰ পিন্ধা টাই বুলি ভিতৰুৱাকৈ ইতিকিং কৰে। আহোম শাসন-নীতিত সকলো বিষয়াৰ বাবে শ্ৰেণী অনুসৰি সাজপাৰ নিৰ্দ্ধাৰিত আছিল। ঘাইকৈ মূৰত মৰা পাগুৰি আৰু গাৰ চেলেং কাপোৰে কাৰ কি মৰ্যদা কৈ দিছিল। গাত চুৰিয়া-চোলা আৰু মূৰত পাগুৰি মাৰিছিল। মতা-তিৰোতা উভয়েই মূৰত চেলেং কাপোৰ জাপি মেৰিয়াই লৈছিল। পাট আৰু মূগা কাপোৰৰ পাগুৰি অধিক জনপ্ৰিয় আছিল। 'শঙ্খচূড় বধ' কাব্যত অঙ্কিত গদাধৰসিংহৰ ছবিটোৰ মূৰত শ্যান্ আৰ্হিৰ 'ফচৌ' হে আছে; আনপিনে ৰুদ্ৰসিংহৰ ছবিত কিন্তু মোগলাই পাগুৰি দেখা যায়; সদৰামিনৰ মতে পূৰ্ব্বতে সাধাৰণ মানুহেও মূৰত ফচৌ মাৰিছিল। চুতীয়া আৰু ভূঞাৰ সংস্পৰ্শলৈ অহাৰ পৰা বচোৱাল, টঙালি, হাঁচতি আদিৰ আৰ্হি সলনি হয়। সাজ-পাৰত অধিক পৰিবৰ্ত্তন আৰু বিকাশ ঘটে ৰুদ্ৰসিংহৰ ৰাজত্বত। তেওঁ বৈৰাগী পঠিয়াই মোগল ৰীতিৰ সাজ-পাৰ অনাই ফাকুযাত্ৰাৰ দিনা ডা-ডাঙৰীয়াসকলক বঁটা দিয়ে। প্ৰথমতে বিদেশী সাজ-পাৰ বুলি নিন্দা কৰিলেও পাছলৈ গ্ৰহণ কৰে। সেয়ে অসমত মোগলাই পাগুৰি, চৌগা-চাপকন প্ৰচলনৰ সূচনা। তেওঁ মিহি সূতাৰ তাঁত ববলৈ আৰু কাপোৰ সীবলৈ দৰ্জ্জিও অনাইছিল। অৱশ্যে আহোম যুগত শুৱালকুচি-পলাশবাৰীৰ মিহি কাপোৰৰ নাম আছিল। পাট, মুগা আৰু এৰীৰ প্ৰচলন অধিক আছিল। ৰজাঘৰৰ বাবে মুগাৰ কাপোৰ ৰজাঘৰীয়া চোমনিত পোহা হৈছিল। চোমনি গাওঁ, চোমদাৰ, কাটনি, জোলা, যুগী, আদি গাঁও আৰু খেলে পলু পুহি সূতা উলিওৱা কাম কৰিছিল। কপাহৰ ব্যৱহাৰো আছিল। কিন্তু কপাহ সাধাৰণতে পৰ্ব্বতৰ পৰাহে আহিছিল। কপাহসেৰা, কপহুৱা আদিয়ে কপাহৰ অতীতলৈ সোঁৱৰণি আনে। সাধাৰণতে পাটৰ ৰিহা-মেখেলা-চেলেং, মুগাৰ চোলা-চুৰীয়া, ৰিহা-মেখেলা, এৰীৰ চেলেং, ছকঠীয়া, সাতকঠীয়া আদি তৈয়াৰ হৈছিল। মুগাৰ জুথৰী-সূতাৰে ডাঠ মজবুত এৰীয়া কাপোৰ বৈছিল আৰু এনেকুৱা কাপোৰ কেইবা

পুৰুষো ধৰি ভালেৰে আছিল। এৰী, মুগা আৰু পাট এই তিনিওবিধ সূতাই দীৰ্ঘস্থায়ী আৰু চিক্‌চিকীয়া আছিল। আহোম যুগত মেজাঙ্কৰী আৰু চপাপতীয়া কাপোৰ অতি মানী আৰু আদৰৰ আছিল। মূগা পলু চোম, সোঁৱালু বা দীঘলতি গছত নেমেলি মেজাঙ্কৰী আৰু পাণচপা গছৰ পাত খাবলৈ দিলে সূতাবোৰ টান আৰু ক্ৰমে সোণ আৰু ৰূপ বৰণীয়া হয়। নিজে মুগা পোহা সাধাৰণ মানুহৰ ঘৰতো মেজাঙ্কৰী আৰু চপাপতীয়া কাপোৰ ব্যৱহাৰ হৈছিল। শিৱসাগৰৰ অঞ্চল বিশেষত চপাপতীয়া ডিব্ৰুগড় জিলাৰ দক্ষিণ আৰু শিৱসাগৰৰ পূব অঞ্চলত মেজাঙ্কৰী সূতা উৎপাদন হৈছিল। কোনো কোনো অঞ্চলত এৰীসূতা অতি মিহিকৈ কাটি তাৰে যাউতিযুগীয়াকৈ ৰিহা-মেখেলা বৈ লৈছিল।

অসমীয়া মানুহৰ সাজ-পাৰৰ প্ৰাচুৰ্য অন্যান্য অনেক জাতিতকৈ অধিক। নানা বৰণৰ আঁচু সূতা আৰু গুণাৰে ফুলাম কাপোৰ বোৱাত অসমীয়া শিপিনী অতি পাকৈত আছিল। কাপোৰত লতাপতীয়া ফুলৰ উপৰিও বিবিধ জ্যামিতিক চানেকী ব্যৱহাৰ কৰিছিল। সিংখাপ-কিংখাপ ঘৰতে বৈ উলিয়াইছিল। অসমীয়া বস্ত্ৰ-শিল্পত সকলো জাতি-উপজাতিৰ ৰীতি-নীতিৰ সমন্বয় ঘটিছিল। মণিপুৰ, জয়ন্তা, নৰা, ভোটান আদি দাঁতি অলীয়া ৰাজ্যবিলাকৰ পৰাও বিবিধ কাপোৰ আহি অসমীয়া সাজপাৰৰ লগত মিলি গৈছিল। আহোম যুগত বিভিন্ন ৰুচি আৰু সম্ভ্ৰমৰ জোখাৰে কাপোৰ পিন্ধিছিল। শাৰীৰ ব্যৱহাৰ নাছিল। আহোম তিৰোতাই পোনতে মূৰত ওৰণি নলৈছিল, পাগুৰিৰ দৰে কাপোৰ মেৰিয়াই লৈছিল। গাত চোলা পিন্ধিছিল। পুৰুষে চুৰিয়া আৰু গাত চুটি চোলা , মিৰ্জাই বা ফটুৱৈ পিন্ধিছিল। ডা-ডাঙৰীয়া, বা-বিষয়াসকলে মৰ্যদা অনুসৰি চোলা পিন্ধিছিল। কঁকালত বচোৱাল -টঙালি বান্ধিছিল।

টাই-আহোমসকল ইউনান আৰু উত্তৰ ব্ৰহ্মত বাস কৰিবৰ সময়ৰে পৰা সোণেৰে চহকী আছিল আৰু বহুমূলীয় বাখৰপতা বা বাখৰখঁজা অলঙ্কাৰ ব্যৱহাৰ কৰিছিল। ৰজাই জোৰণ দিবলৈ আগবঢ়োৱা অলঙ্কাৰৰ তালিকাত আহোম যুগত ব্যৱহাৰ হোৱা বিভিন্ন ধৰণৰ অলঙ্কাৰৰ নাম পোৱা যায়। সোণ, ৰূপ, তাম তিনিওবিধ ধাতুৰে অলঙ্কাৰৰ ব্যৱহাৰ আছিল। সাধাৰণ শ্ৰেণী মানুহৰ মাজত পিতলৰ অলঙ্কাৰো ব্যৱহৃত হৈছিল। ৰূপ আৰু তামৰ ওপৰত পতা-সোণ লগাই আৰু সোণৰ পানী চৰাই অলঙ্কাৰ তৈয়াৰ কৰিছিল। অলঙ্কাৰৰ শ্ৰেণী-বিভাগ কৰিলে পুৰুষতকৈ তিৰোতাৰ অলঙ্কাৰৰ পৰিমাণ অধিক। পুৰুষে হাতত আঙঠি, ডিঙিত শিলিখামণি, মতা মণি, কাণত কৰিয়া আৰু লোকাপাৰ, বাহুত বাজু পিন্ধিছিল। তিৰোতাই সকলো অঙ্গতে অলঙ্কাৰ পিন্ধিছিল। এনে লাগে, আহোম যুগৰ এগৰাকী সম্ভ্ৰান্ত তিৰোতাৰ গাত কুৰি-ডেৰকুৰি তোলা সোণ ওলমি আছিল। অলঙ্কাৰবোৰ উকা, বাখৰুৱা, বাখৰপতা, মিনাকৰা, হীৰা-পতোৱা আদি ভাগত ভাগ কৰিব পাৰি। উদাহৰণ স্বৰূপে জাংফাই কেৰু এযোৰ উকা, বাখৰুৱা, নেজেপতা বুলি কব পাৰোঁ। সেইদৰে থুৰীয়া বিৰি আৰু মণিকো উকা-বাখৰুৱা বুলি দুভাগত ভগাব পাৰি। তিৰোতাই মূৰৰ সেওঁতাৰ পৰা আৰম্ভ কৰি, কপাল, কাণ, ডিঙি হাতৰ ঠাৰি,

আঙুলি, বাহু, কঁকাল, ভৰি আদিত এপদ-দুপদ বা কেতিয়াবা কেবাপদো অলঙ্কাৰ পিন্ধিছিল। শিৰত শিৰপা; কপালত কপালী; খোপাত সোণ-ৰূপৰ ফুল; ডিঙিত জোনবিৰি, ঢোলবিৰি, ঢৰীয়াবিৰি, শিলিখাবিৰি, পাৰচকুৰা বিৰি, লতা-বাখৰুৱা, লতা-বাখৰুৱা বিৰি, মাদলি, মগৰমুৰী বিৰি, গেজেৰা, বেনা, দুপদুগী, সাতসৰী, থোপামণি, চিপাত, গলপতা, শিলিখা মণি, ফুটমণি, চন্দ্ৰহাৰ, সোণে-পোৱালে বনকিয়াই কৰা মণি; পুৰুষে ডিঙিত মতামণি; কাণত লোকাপাৰ, ক'ৰিয়া, তিৰোতাই কৰু, থুৰীয়া, নেজেপতা, বাখৰুৱা, বৰৈলগা কেৰু, উকা জাংফাই, নেজেপতা জাংফাই আৰু বাখৰুৱা জাংফাই, লং কেৰু, কাণফুল, কৰ্ণবালা, নাকত নাকফুলি, নাকফুটি, হাতৰ বাহুত বাজু, হাতৰ ঠাৰিত মুঠি খাৰু, গামখাৰু, সঁচৰুৱা খাৰু, পতীয়া খাৰু, মগৰমুখী খাৰু, গোটা খাৰু, কঙ্কন, ডলীয়া খাৰু-উকা, বাখৰুৱা মিনাকৰা, আঙঠি-চিৰিপতা, শেনেপতা, জেঠীনেজীয়া, পাৰচকুৰা, ম'ৰানেজীয়া, পদুমকলি, বাবৰিবছা, মাছ-বাকলীয়া, হীৰাপতা, বাখৰুৱা, উকা। ৰজাঘৰীয়া মোহৰ লগাই কৰা আঙঠিক মোহৰী আঙঠি বোলে। তদুপৰি কঁকালত চন্দ্ৰহাৰ, কৰধনি, কঁকালী, ঘাগৰ আদি অলঙ্কাৰৰো প্ৰচলন আছিল। বুৰঞ্জীবোৰত ৰজাঘৰীয়া বিয়াৰ জোৰণ আৰু পত্ৰ-সন্দেশৰ লগত দিয়া অলঙ্কাৰৰ তালিকাত আৰু কিছুমান অয় অলঙ্কাৰৰ নাম পোৱা যায়। পেচন্দাৰ, কলক, কল্কা, ঝুনুৰ, নখচন্দ্ৰিকা, উঝন্ট, কেয়ুৰ, মুকুট, কিৰীটি আদি অন্যান্য অলঙ্কাৰৰ ব্যৱহাৰ সেৰেঙা হলেও পুৰণি সাহিত্যত উল্লেখ পোৱা যায়। এইবোৰ ধাতুৰ অলঙ্কাৰৰ বাহিৰেও একালত জীৱ-জন্তুৰ দাঁত-নখ আদিৰে অলঙ্কাৰ তৈয়াৰ কৰা হৈছিল। হাতীদাঁতৰ খাৰু, আঙঠি, কেৰু, মণি আদি বিশেষ জনপ্ৰিয় আছিল। গাহৰিৰ দাঁত, বাঘৰ নখ, হাতীৰ হাড় আদিৰেও কোনো কোনোৱে অলঙ্কাৰ তৈয়াৰ কৰি পিন্ধিছিল। কাউৰী-মণি, ৰুদ্ৰাক্ষ-গুটি, সাপৰ ৰাজহাঁড় আদিৰেও মণি পিন্ধিছিল। ❑ ❑

[illegible]

# পঞ্চ তং বুৰঞ্জী (তাম্ৰৰ ফলিৰ বুৰঞ্জী)

সংগ্ৰাহক আৰু অনুবাদক
☞ *চাও ৰঞ্জিত চাওছিং*

[illegible]

[illegible]

তামৰ ফলিখনত টাই আহোম ভাষাত কি লিখা আছিল আৰু কোনে কি উদ্দেশ্যে এই লিখিত ফলিখন দিছিল পঢ়ি চাও আহক। টাই আহোম ভাষাত লিখিত পত্ৰ (এখিলা বুৰঞ্জী) (১৬৯৭ - ৯৮ চন) স্বৰ্গদেউ ৰুদ্ৰসিংহই কলিয়াবৰত বাগীশ ভট্টাচাৰ্যক খৰঙ্গী হাজৰীকাৰ অধীনৰ পুই গোট মানুহ ৰংপুৰত জয় সাগৰ পুখুৰী খান্দি পুখুৰীত উৎসৰ্গা কৰা উদ্দেশ্যে আৰু ভূ - সম্পত্তি দান দিয়া

উদ্দেশ্যে এই তাম্রৰ পত্ৰখন দিয়া হৈছিল। কিন্তু খৰঙ্গী হাজৰীকা মানুহ কেইজনে বাগীশৰ পাইক হৈ থাকিবলৈ আপত্তি কৰাত বাগীশৰ যোগেদি তেওঁলোকে স্বৰ্গদেউক পুনৰ গোহাৰী জনাইছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে জীৱিতাৱস্থাত মানুহ কেইজনৰ অসুবিধা নিবাৰণৰ বাবে সময় নোপোৱাত পুতেক শিৱসিংহক এই বিষয়ে বিহিত ব্যৱস্থা লবলৈ কৈ থৈ যায়। পিতৃ বাক্য ৰক্ষাৰ্থে শিৱসিংহই ১৭১৪-১৫ চনত খৰঙ্গী খেলৰ মানুহ কেইজনৰ নাম ঠাইত নিজাৰ খাতৰ দুটা গোটৰ মানুহ বাগীশৰ পুত্ৰ ৰঘুনন্দক দিয়ে। মানুহ কিজনৰ নাম হ'ল যথাক্ৰমে ৰামনাথ, নিনিয়া, হতাই আৰু এটা চাকৰ ল'ৰা, জীৱন লগতে জয়নাথ এই কেইজনক নিজৰি খাতৰ ২০ পুৰা ৰোৱতি মাটি ভেদেলীৰ কাষত দিয়া হয়। ইয়াৰ উপৰিও কলিয়াবৰৰ নাওশালৰ ওচৰত বাৰী এখন দিয়া হয়। স্বৰ্গদেউ আদেশ পালি সৰুজনা বৰফুকনে পাইক কেইজনক দিয়া মাটি - বাৰী বিষয় কথাটো তাম্রৰ ফলিত লিখি ৰাখিবলৈ বৰ চোম চিৰিং ফৈদৰ বৰুৱাক আৰু বৰ বাইলুঠ ফৈদৰ কটকীক নিৰ্দেশ দিয়ে।

এইয়ে তাম্রৰ ফলিৰ এখিলা বুৰঞ্জী। বাঁহ পাতে, তাল পাতে, সাঁচি পাতে আজিও আহোমসকলক ৰিঙিয়াই আহোমসকলৰ সৌৰ্য-বীৰ্য কৃষ্টি-সংস্কৃতি ভাস্কৰ্যৰ কথা সোঁৱৰায়। ❑



অংকন

হৃটিক শ্যাম শইকীয়া

চেইন্ট মেৰিজ স্কুল,

উত্তৰ লক্ষীমপুৰ।

# বৰপাত্ৰ ঘৰৰ কুলদেৱতাৰ কাহিনী

*☞ চাও গোলাপ বৰপাত্ৰ গোহাঁই*

টাই আহোমসকলৰ নিজস্ব দেৱতা লেংডনৰ উদ্দেশ্যে দুটা 'স্বৰগ পূজা' কৰাৰ নিয়ম আছিল। এই পূজা দুটাক টাই আহোমসকলে 'উমফা' আৰু 'চাইফা' পূজা বুলিছিল। 'উমফা' পূজা ভাগ ৰজাই পাতিছিল আৰু 'চাইফা' বুলিছিল। 'উমফা' পূজা ভাগ ৰজাই পাতিছিল আৰু 'চাইফা' পূজা ভাগ প্ৰজাই কৰাৰ নিয়ম আছিল। 'উমফা' পূজা মাত্ৰ ৰজা ঘৰতহে পাতিব পাৰিছিল। টাই আহোমৰ ৰাজ পৰিয়াল 'চোমদেও' মূৰ্ত্তি (দেৱতাক) কোনেও চাব নোৱাৰা নিয়ম আছিল। কেৱল যিজন ৰজা হয় তেওঁহে বছৰেকত এবাৰ মাত্ৰ চাব পাৰিছিল। টাই আহোমসকলে জাচিংফা, উমফা, চাইফা পূজা পতাৰ উপৰিও পূৰ্বপুৰুষক তৰ্পণ অনুষ্ঠান 'মে-ডাম-মে-ফি' পালন কৰিছিল। বিবাহ অনুষ্ঠান 'চকলং' প্ৰথাৰে সমাপন কৰিছিল টাই আহোমসকলে। কোনো দেশ জয় কৰাৰ পাছত বা কোনো অপায় অমঙ্গল হ'লে 'ৰিকখন' (ৰিক- মতা, খন - আয়ুস) জাক-জমকতাৰে আহোম ৰজাসকলে পাতিছিল। এই পূজা সাধাৰণতে ৰজাৰ অভিষেক কৰাৰ সময়ত বা বিপদৰ আগন্তুক দেখিলে নাইবা যুদ্ধ জয়ী হ'লে 'ৰিকখন' উৎসৱ ৰজাই পাতে। বহুতে ক'ব বিচাৰে টাই আহোমসকলে বৌদ্ধ ধৰ্মলৈ আহিছিল। কিন্তু এইখন দেশলৈ অহাৰ দিন ধৰি টাই আহোম পণ্ডিত তিনিঘৰে (মহন, দেওধাই; বাইলুং) পৰম্পৰাগত ভাৱে কৰি অহা ধৰ্মীয় কাৰ্য্য আৰু আচাৰ নীতিসমূহ বিশ্লেষণ কৰি চালে দেখা যাব আহোমসকলে এইখন দেশলৈ লৈ অহা ধৰ্মটি বৌদ্ধ বোলাতকৈ 'তাও ধৰ্ম' বুলি কলেহে বেছি যুক্তিযুক্ত হ'ব। টাই আহোমসকলে পালন কৰা শ্ৰেষ্ঠ ধৰ্মীয় অনুষ্ঠানটি হ'ল 'ফুৰালুঙ'। ইয়াত বলি বিধানৰ ব্যৱস্থা নাই। 'ফুৰালুঙ'ৰ পাছতে শ্ৰেষ্ঠ অনুষ্ঠান হ'ল উপৰি পুৰুষৰ পূজা টাই আহোমসকলে নিজৰ ভাষাত 'মে-ডাম-মে-ফি' বোলে।

টাই আহোমৰ ইমানবিলাক উপাস্য দেৱ-দেৱতা থকাৰ উপৰিও নগাঘৰীয়া বৰপাত্ৰ গোহাঁই পৰিয়ালৰ নিজস্ব এজন উপাস্য দেৱতা আছে। ৰাজমন্ত্ৰী কনচেং বৰপাত্ৰ গোহাঁই ডাঙৰীয়াই লাভ কৰা এই উপাস্য দেৱতাৰ পূজা শিৱসাগৰ জিলাৰ বেটবাৰি মৌজা কেন্দুগুৰীয়া বৰপাত্ৰ পৰিয়ালৰ লোকে বৰ্তমান নিয়মিতভাৱে চলাই আহিছে। এই বৰপাত্ৰ গোহাঁই পৰিয়ালৰ নিজস্ব দেৱতা আৰু ইয়াৰ পূজা কেৱল বৰপাত্ৰ পৰিয়ালৰ লোকেহে কৰে। অসম বুৰঞ্জীত ইয়াক 'বৰপাত্ৰ ঘৰৰ কুলদেৱতা' বুলি উল্লেখ কৰিছে।

চুহুংমুং স্বৰ্গদেৱৰ ৰাজত্ব কালত প্ৰথমজনা বৰপাত্ৰ গোহাঁই বিষয় লাভ কৰা স্বৰ্গদেৱ চুপিমফাৰ পুত্ৰ কনচেং বৰপাত্ৰ গোহাঁই ডাঙৰীয়াই এই দ্ৰব্য লাভ কৰিছিল। কনচেং বৰপাত্ৰ গোহাঁই দিনৰ পৰা বৰ্ত্তমানলৈকে এই 'কুলদেৱতা'ৰ পূজা কেন্দুগুৰীয়া বৰপাত্ৰ পৰিয়ালত পুৰুষানুক্ৰমে চলি আহিছে। বৰপাত্ৰ ঘৰৰ কুলদেৱতা হ'ল এখন ফনি। 'বৰপাত্ৰ ঘৰৰ কুলদেৱতা' সম্পৰ্কে সাতসৰী অসম বুৰঞ্জী'

আৰু হিতেশ্বৰ বৰুৱাৰ 'আহোমৰ দিন' নামৰ গ্ৰন্থত বৰ্ণনা এনেদৰে আছে।

'আৰু একদিনা ৰজাদেও নগৰলৈ আহি মাছ - পহু মাৰিবলৈ যাওঁতে লুইতত জাল বাওঁতে জাল লাগিল। টেমুনীয়া নদীয়ালে বুৰ দিলে। পাছে নদীয়ালক নোলাবৰ দেখি কনচেং বৰপাত্ৰে আপুনি বুৰ দিলে। পাছে বৰপাত্ৰ দোৱানেৰে কাবৌ কৰিলত তুষ্ট হৈ লুইতৰ ৰজাই জাল এৰুৱাই দিলে বোলে, মোক নদীয়ালে চুবলৈ আহে, তাতহে তাক মাৰি থৈছে। সেইবেলা লুইতৰ ৰজাৰ দুই কুঁৱৰীৰ ফনি মিহলি হৈ বিবাদ লাগিল। তাৰে এজনাই সেই ফনি বৰপাত্ৰ গালৈ দলিয়াই দিলে, বোলে, আৰে নিমিত্তেহে বিবাদ লাগি থাকে, তয়ে লৈ যা। বৰপাত্ৰে বোলে তাক মই কি কৰিম? লুইতৰ কুঁৱৰীয়ে বোলে, ভালৰূপে থবি। ই থাকিলে ঐশ্বৰ্য সম্পত্তি নুগুছে। পাছে বৰপাত্ৰ পানীত পৰা মৰা যেন হৈ ওলালহি, সেও দিলতহে ভাল হ'ল ৰজাদেৱে সুধিলে বোলে কি দেখিলি ? সুধিলত বৰপাত্ৰই সকলোখিনি ক'লে, ফনিও দেখালে। ৰজাদেৱে বোলে ফনি তোলৈনে মোলৈ দিলে ? বৰপাত্ৰই বোলে মোলৈহে দিলে, পাছে বাৰু তুমিয়েই লোৱা। ৰজাদেৱে বোলে, যাক দিয়ে সেয়েহে পায়, এতেকে তয়ে ল'। এই বুলি ফনিখন বৰপাত্ৰক দিলে। ৰাজমন্ত্ৰী কনচেং বৰপাত্ৰ গোহাঁই ডাঙৰীয়াই লুইতে দান দিয়া ফনি ঘৰলৈ আনি সযত্নে ৰাখি নিয়মিত ভাৱে পূজা সেৱা কৰিছিল। কনচেং বৰপাত্ৰ গোহাঁই পুত্ৰ কনজাং বৰপাত্ৰ গোহাঁই নাতি - পৰিনাতিৰ পৰা বৰ্ত্তমানলৈকে কেন্দুগুৰীয়া বৰপাত্ৰ গোহাঁই পৰিয়ালত এই 'কুলদেৱতা' পূজা নিয়মিতভাৱে চলি আছে। অৱশ্যে আনুষ্ঠানিকভাৱে মাঘৰ 'মাঘী পূৰ্ণিমা'ৰ দিনা কুলদেৱতাৰ পূজা পতা হয়। এই পূজাত কোনো বলি বিধান নাই। সাত্বিক নিয়মেৰে মাঘী পূৰ্ণিমাৰ দিনা সুমথিৰা টেঙা, অসমীয়া মালভোগ কল, মাটি মাহ, জহা চাউল আৰু থুৰিয়া তামোলেৰে নৈবদ্য আগবঢ়াই। এইকেইটা দ্ৰব্যই 'কুলদেৱতা'ৰ পূজাৰ বাবে প্ৰয়োজন। জহা চাউল উলিওৱাত কিছু সাৱধানতা ল'ব লাগে। ধান ভৰিৰে মাৰিব নালাগে। হাতেৰে চিৰি ধান সৰুৱাব লাগিব। হাতেৰে ধানৰ বাকলি গুচাই চাউল উলিয়াব লাগিব। ভৰিৰে ঢেকী দি চাউল উলিয়ালে নহব। বৰ্তমান 'বৰপাত্ৰ ঘৰৰ কুলদেৱতা' (গোলাঘাটৰ নাহৰণীত থকা কেন্দুগুৰীয়া বৰপাত্ৰ গোহাঁই পৰিয়ালত সংৰক্ষিত হৈ আছে। শৈলেশ্বৰ বৰপাত্ৰ গোহাঁই জিম্মাত এই দ্ৰব্য (ফনি) এতিয়াও আছে। তেওঁলোকৰ পৰিয়ালৰ মানুহে এই ফনিক কুলদেৱতা বুলি কয় আৰু পূজা কৰে। এওঁলোকৰ বৰ্তমান ঘৰ গোলাঘাটৰ অন্তৰ্গত নাহৰণী মৌজাত। (আহোমৰ দিন- হিতেশ্বৰ বৰবৰুৱা পৃষ্ঠা ৬০) বৃটিছ ৰাজত্ব আৰম্ভ হোৱাত আগৰ ৰজাঘৰীয়া বিষয় আৰু বিলতীয়া পাইক প্ৰথা ১৮৪৩ চনত বৃটিছে আইন কৰি বিলোপ কৰাত কেন্দুগুৰীয়া বৰপাত্ৰ গোহাঁই পৰিয়ালে আৰ্থিক সংকটত পৰি পেঞ্চনৰ বাবে বৃটিছৰ ওচৰত আবেদন জনালে। এই আবেদনৰ ভিত্তিত বৃটিছ কমিচনাৰ কাপ্তান জনকিন্স চাহাবে কেন্দুগুৰীয়া বৰপাত্ৰ গোহাঁই পৰিয়ালৰ যজ্ঞেশ্বৰ বৰপাত্ৰ গোহাঁই ১৮৮৪ চনৰ ৩০ জানুৱাৰীত বাৰ্ষিক ৬০০ টকা পেঞ্চন ১০০ পুৰা খাজনা বিহীন মাটি আৰু ৪ টা মৌজা পেঞ্চন হিচাবে মঞ্জুৰ কৰে। কেন্দুগুৰীয়া বৰপাত্ৰ পৰিয়ালৰ যোগেশ্বৰ সিংহৰ দিনত বৰপাত্ৰ ডাঙৰীয়া হোৱা প্ৰয়াত পিজলি বৰপাত্ৰ গোহাঁই ডাঙৰীয়াক ১৮৪০ চনৰ ৯ মাৰ্চ তাৰিখে ১২০ টকা বাৰ্ষিক পেঞ্চন অনুমোদন জনায়। পেঞ্চনৰ বাবেই কেন্দুগুৰীয়া এটা বৰপাত্ৰ গোহাঁই পৰিয়াল

নাহৰণীলৈ (গোলাঘাটলৈ) যাব লগা হ'ল।

আহোম ৰজাৰ উপাস্য দেৱতা চোমদেওক যেনেকৈ কোনেও চাব নোৱাৰাৰ নিয়ম আছিল, কেৱল যিজন ৰজা হয় তেওঁহে বছৰেকত এবাৰ চাব পাৰিছিল। ঠিক তেনেদৰে 'বৰপাত্ৰ ঘৰৰ কুল দেৱতা' কোনেও চাব নোৱাৰে। চোমদেওক যেনেদৰে অমূল্য ৰত্ন বুলি ভবা হয়; ঠিক তেনেদৰে 'বৰপাত্ৰ ঘৰৰ কুলদেৱতা'ক ফনিখনো অমূল্য ৰত্ন বুলি ধাৰণা কৰা হয়।

আহোম স্বৰ্গদেউ চুহুংমুঙৰ দিনত কনচেং বৰপাত্ৰ গোহাঁইয়ে লাভ কৰা এই 'কুলদেৱতা' কথা স্বৰ্গদেৱ গদাধৰ সিংহৰ দিনত ১৬০৮ শকত কেন্দুগুৰীয়া বৰপাত্ৰ পৰিয়ালৰ ৰামচন্দ্ৰ (চেংকং) বৰপাত্ৰ গোহাঁইয়ে কৰা ৰচনা 'মণিকূট' কাব্যত এটি মনোৰম বৰ্ণনা দিছে —

যুদ্ধত যাহাৰ মন ।
অৰিকুল বিমৰ্দ্দন।।
বহু সংগ্ৰামত জয়।
অদ্যাপি যশস্যা বয়।
কৰতোৱা নদী আছে।
অদ্যাপি পুখুৰী আছে।।
যাক ব্ৰহ্মপুত্ৰ বৰ।
দিলাকৰি দয়াতৰ।।
তীৰ্থৰাজ মহামানী।
নাগফনা দিলা আনি।।
দেৱৰো প্ৰসাদ পাই।
অৱনত কৰি কায়।।
সেৱা কৰি লন্ত পৰি।
পাশক আসিলা লৰি।।
ই কথা বিস্ময় নুই।
জানা ইটো সত্য হুই।।
তেন্তে মোৰ আদিমূল।
বংশধৰ কমলফুল।।
তাহাৰ সন্ততি ধাৰা।
চকলি আছে পৰম্পৰা।।
বৰপাত্ৰ নাম লৈল।
অনেক পুৰুষগৈল।। 

# মাঘ বিহুৰ মেজি ঃ

## অগ্নিপূজাৰ ধাৰণা আৰু উৰ্বৰা শক্তিৰ বিশ্বাস

☞ গীতিকা বৰা হাতীবৰুৱা

শীতৰ ঠেটুৱৈ ধৰা জাৰক নেওচি দোক মোকালিতে গৰখীয়া লৰাহঁতে উম লগা নিহালিখন এৰি থৈ চিঞৰি চিঞৰি গাই - "জয় ৰাম বোলা, জয় হৰি বোলা, আমাৰ মেজি জ্বলিবই, জ্বলিবই" — গাঁৱৰ জীয়ৰী বোৱাৰী, ল'ৰা-বুঢ়া সকলোৱে সাৰ পায় এই চিঞৰত। তৰা নৰা চিঙি সকলোৱে বিচনাৰ পৰা নামি আহে। মেজি জ্বলিলেই। এয়াই হৈছে অসমীয়া সমাজৰ অতি হেপাহৰ মাঘ বিহু।

কলপুলি, তামোল বা বাঁহৰ চাৰিটা খুটা পুতি ফলা খৰিৰে মেজি সাজে। বিহুৰ দিনা গৰখীয়া ল'ৰাই গা-পা ধুই তিতা-তিয়নিৰে তামোল-পান দি সেৱা জনাই জুই দিয়ে। লগৰীয়াসকলে হৰি ধ্বনি দিয়ে। প্ৰতি ঘৰৰ ঘাই মানুহজনে ৰাতিপুৱা গা-পা ধুই মেজিত সেৱা জনায়। তামোল - পান দি মেজিত সেৱা জনাওতে কোনো কোনোৱে এফাঁকি মন্ত্ৰও উচ্চাৰণ কৰে —

'অগ্নি প্ৰজ্বলিতং বন্দে চাৰ্তুবৰ্ণ হুতাশনম্
সুবৰ্ণ বৰ্ণ সমলম্ জ্যোতিৰূপায়তে নমঃ।'

ড° লীলা গগৈয়ে 'আলপাইনসকলে পূজা কৰা অগ্নিমাৰ্গিক (Magi) 'মেজাই' বুলি কৈছিল, তাৰপৰাই অসমীয়াত 'মেজি' শব্দৰ উৎপত্তি হোৱা বুলি ব্যাখ্যা কৰিছে। ড° মহেশ্বৰ নেওগে 'মেজি' শব্দটো সংস্কৃতৰ 'মেধা' শব্দৰ পৰা উদ্ধৃত বুলি মন্তব্য কৰিছে। ড° প্ৰফুল্ল দত্ত গোস্বামীয়েও একে মন্তব্যকে প্ৰকাশ কৰিছে। আৰ্যসকলেও জাৰৰ পৰা ৰক্ষা পাবলৈ 'মহাব্ৰত' অনুষ্ঠান পালন কৰি অগ্নিত 'হোম' দিছিল। সম্ভৱত এইয়া বৈদিক যুগৰ পৰম্পৰা। অতুল চন্দ্ৰ হাজৰিকাই বিহুৰ মেজিৰ এই অগ্নি প্ৰদান প্ৰাচীন অগ্নিহোত্ৰী আৰ্য ঋষিসকলৰ অগ্নিপূজাৰ নিদৰ্শন বুলি অভিমত প্ৰকাশ কৰিছে।

নামনি অসমত মেজিক ভেলাঘৰ বুলি কোৱা হয়। বড়োসকলে বিলাগুৰ বোলে। গৰখীয়া ল'ৰাই নৰা, শুকান কলপাত আৰু কেঁচা বাঁহেৰে দৌল যেন কৈ সজা ভেলাঘৰটোৰ কাষতে ভোজ ভাত খাবলৈ এটা নৰাৰে ঘৰ সাজে। এই ঘৰটোক হাৰলি ঘৰ বুলি কোৱা হয়। হাৰলি ঘৰটো ভোজ-ভাত খাই শেষ হোৱাৰ পিছত দাহ কৰা হয়। হাৰলিঘৰ দাহ কৰা সম্পৰ্কে ড° লীলা গগৈৰ মন্তব্য হ'ল আদিম কৃষিজীৱি মানুহে শস্য ৰক্ষাৰ বাবে সাজি লোৱা অস্থায়ী বহাটো শস্য চপাই অটোৱাৰ অন্তত ভোজ ভাত খাই জুই লগাই অহাৰ ধাৰণাৰ পৰম্পৰাৰ প্ৰতীকহে।

মাঘ বিহুৰ মেজি অগ্নি উপাসনাৰ লগত জড়িত। অগ্নি উপাসনা আৰ্য সংস্কৃতিৰ পৰম্পৰা। 'ঐতৰেয় ব্ৰাহ্মণ'ৰ 'মহাব্ৰত' অনুষ্ঠানো আছিল অগ্নি উৎসৱ। 'শতপথ বাহ্মণ'ৰ মতে অগ্নিত আহুতি দিলে সূৰ্য উদয় হয়। তেনে ধাৰণাৰ পৰিপ্ৰেক্ষিতত সূৰ্যোদয়ৰ আগতে মেজি জ্বলোৱাৰ পৰম্পৰা সৃষ্টি

হৈছে। বেদ শাস্ত্রত তিনিজন মহান দেৱতাৰ কথা পোৱা যায় - অগ্নি, বৰুণ আৰু সূৰ্য। এওঁলোক জন্ম ক্ৰমে পৃথিৱীৰ পৰা (অগ্নি) বতাহৰ পৰা (ইন্দ্ৰ বৰুণ) আৰু আকাশৰ পৰা (সূৰ্য)। প্ৰত্যেকেই প্ৰতিখন জগতক প্ৰতিনিধিত্ব কৰিছে। অগ্নি হৈছে পৃথিৱীৰ শ্ৰেষ্ঠ দেৱতা আৰু সৰ্বব্যাপী। পবিত্ৰ অনুষ্ঠানবোৰত তেৱেঁই সকলোৰে আগত স্থান পায়। তেওঁ তিনিটা শক্তিৰ আধাৰ পাৰ্থিৱ, স্বৰ্গীয় (পোহৰ) আৰু সৌৰশক্তি। খৰি তেওঁৰ খাদ্য, ঘিঁউ তেওঁৰ পবিত্ৰ বস্তু, তেওঁক পিঠা, মাখন আদি উৎসৰ্গা কৰিব লাগে।

অগ্নি উৎসৱৰ লগত উৰ্বৰা ধৰ্মী লোকাচাৰো জড়িত আছে। মেজিৰ অগ্নিক পবিত্ৰ জ্ঞান কৰি কৃষি ভিত্তিক লোক পৰম্পৰাৰো সৃষ্টি হৈছে। এই ক্ষেত্ৰত ইউৰোপৰ অগ্নি উৎসৱৰ উৰ্বৰাধৰ্মী লোকবিশ্বাস উল্লেখযোগ্য।

ইউৰোপত খৃষ্টান ধৰ্ম প্ৰচাৰৰ বহু আগৰ পৰাই মেজি জ্বলাই খেতিয়কসকলে আনন্দ কৰিছিল। অষ্টম শতিকাত উত্তৰ ইউৰোপত খৃষ্টান ধৰ্ম প্ৰচাৰৰ পিছত ইয়াৰ প্ৰভাৱ কমি আহিছে। মেজিৰ জুই জ্বলোৱাৰ প্ৰণালী, তাৰ ওপৰেদি জপিওৱা, জুই শিখালৈ পথাৰত দৌৰি ফুৰা, লাগনি গছ বা বাৰীত বা গোহালীত জুই দেখুওৱা কাৰ্য যাদুমূলক হলেও তেওঁলোকে বিশ্বাস কৰে যে অগ্নি উৎসৱৰ যোগেদি ধুমুহা আৰু বজ্ৰৰ দৰে বিপদ আৰু মাৰিমৰক, অগ্নিকাণ্ড, বীজানুনাশক, গছ-গছনিৰ খাৰে ধৰা ৰোগ নিৰাময়, কীট-পতংগ নাস, নিঃসন্তানৰ সন্তান লাভ আনকি ডাইনী আদিৰ পৰাও হাত সাৰিব পাৰি। তেওঁলোকৰ উৎসৱসমূহ হৈছে 'ইষ্টাৰ ইভ' মে'ৰ প্ৰথম দেওবাৰ অৰ্থাৎ 'চানদে অৱ দি লেন্ট' বা মহান স্কাউভিয়ান দিন। আমাৰ ভোগালী বিহুৰ দৰেই তেওঁলোকে মিতিৰ কুটুম্বৰ ঘৰলৈ অহা-যোৱা, মেজিৰ কাষত নচা আনকি শক্তি প্ৰদৰ্শনৰো অনুষ্ঠান আছে। অসমৰ মাঘ বিহুত ম'হ-যুঁজ, কুকুৰা যুঁজ বা কণী যুঁজ আদিৰ উপলক্ষত আগন্তুক বছৰৰ বাবে ভাগ্য পৰীক্ষা আৰু শক্তি প্ৰদৰ্শনেৰে নামান্তৰ মাত্ৰ। মেজিৰ আধাপোৰা খৰি লাগনি গছত অৰা উৰ্বৰা বিশ্বাসৰে প্ৰতীক।

ইউৰোপৰ অগ্নি উৎসৱৰ লগত আমাৰ অসমৰ মাঘ বিহুৰ মেজিৰ অগ্নিক উৰ্বৰা ধৰ্মী লোক বিশ্বাসৰ লগত যথেষ্ট মিল আছে। আমাৰ অসমতো মেজিত মাহ কৰাই দিয়া হয়। অৱশিষ্ট মাহ কৰাই আৰু আধা পোৰা কাঠ বাঁহ লাগনি গছত অধিক শস্য লাভৰ বাবে দিয়া হয়। সেয়ে অসমৰ মাঘ বিহুৰ মেজিৰ জুইত অগ্নি উপাসনাৰ ধৰ্মীয় ধাৰণাৰ লগতে উৰ্বৰা বিশ্বাসৰ লোক পৰম্পৰা জড়িত হৈ আছে বুলি কোৱাৰ ধাৰণা নুই কৰিব নোৱাৰি।

মাঘৰ বিহুৰ মেজিত পোৱা আলু, মেজি পোৰা ছাই, ঠেঁটুৱৈ ধৰা জাৰত প্ৰাতঃস্নান, পূৰ্বপুৰুষৰ নামত চিৰা-পিঠা অৰ্পণ, ম'হ যুঁজ, কুকুৰা যুঁজ, বুলবুলি যুঁজ, মৎস্য চিকাৰ আদি অনুষ্ঠানেৰেই মাথো ৰঙৰ ৰঙালী বিহু বা ভোগৰ ভোগালী বিহু শেষ হৈ নাযায়। ই অসমৰ সাতামপুৰুষীয়া সমন্বয় সম্প্ৰীতিৰো বান্ধোন অধিক কটকটীয়া কৰি ৰাখিছে। বিশ্বায়নৰ কৰাল গ্ৰাসত পৰি মানুহৰ খাদ্যাভ্যাস সলনি হব পাৰে, মানুহৰ কৃষি কাৰ্যৰ প্ৰতি অনীহা আহিব পাৰে, মানুহৰ মাজত সুখ-দুখৰ বা-বাতৰি লবলৈ সময়ৰ নাটনি হব পাৰে, তথাপি প্ৰতি বছৰে বিহু আহি থাকিবই আৰু অসমৰ ৰাইজে উলহ-মালহেৰে ইয়াক পালন কৰিবই। ❑❑

# আহোম সম্প্ৰদায়ৰ বিবাহত জোৰণৰ সামগ্ৰী

☞ অন্নদা গোঁহাই গঁগৈ

**জোৰণত টেকেলিৰ লগত চাওবাও (দৰা)ৰ ঘৰৰ পৰা দিবলগা বস্তুৰ তালিকা**

১) এযোৰ পাতৰ সাজ - (মেখেলা, ৰিহা, চাদৰ, চাপকন ব্লাউজ)

২) দুযোৰ মুগাৰ সাজ - (ৰিহা মেখেলা - চাদৰ-ব্লাউজ)

৩) এখন কপাহী চেলেং

৪) এখন গামোচা

৫) এখন হাঁচতি

৬) এখন থান দিন লাই (ফুলাম পাটী)

৭) এখন পাটিদৈ পাটী

৮) এসুঁজলি অলঙ্কাৰ

৯) এখন 'মান' (আইনা)

১০) এখন কাকৈ বী (ফনি)

১১) ৰূপৰ তামোলেৰে সৈতে এখন চুৰি কটাৰী (শিকলি লগোৱা)

১২) দুবটল গোন্ধ তেল

১৩) দুবটল সৰিয়হৰ তেল

১৪) দুটা দৈ গাখীৰ সহ টেকেলি (প্ৰায় আধা পোৱা বা এপোৱা দৈৰ)

১৫) দুটা এঁৰা টেকেলি নাইবা তামৰ ঘট (এং) চাউল (আৰৈ) ৰে পূৰ কৰি তাতে বজ্ৰপাতত পৰা
এখন কুঠাৰ নাইবা শিল ১ টা, বান কালোক, বান হৌং বাঘৰ দাঁত বা গাহৰি দাত (দুই বিধ
হলেও ভাল) পানী কাঁটই, গৰুকণীয়া, তিনিমূৰীয়া কেচুঁমতা ক'লা হালধি, সোণ বৰলীয়া বা
সোনবৰিয়লা, তংলতী, চিংকৰা ফুল, উধানৰ মাটি, অষ্ট ধাতু - (সোণ, ৰূপ, তাম, টিন,
পিতল, লো, তীখা, সিহ্)

১৬) দুটা মাটি মাহৰ টোপোলা

১৭) দুটা হালধিৰ টোপোলা

১৮) দুটা গাঠিয়নৰ টোপোলা

১৯) সাতখন শৰাই - এখন ন-পুৰুষলৈ, এখন ৰাইজলৈ, পঞ্চ দেৱতালৈ একোখনকৈ পাঁচখন লগত একোটাকৈ ধাতুৰ মুদ্রা (মুঠতে ৭ টা ধাতুৰ মুদ্রা)

২০) দেওবান পূজালৈ যথাসাধ্যে পূজা - দ্রব্য। যেনে ৰহী লাও, লাহি চাউল, শাক-পাচলি, মাছ-মঙহ ইত্যাদি।

২১) অলপ তামোল-পাণ।

**জোৰণৰ শেষত কইনা ঘৰৰ পৰা দৰাঘৰীয়াক ওলোটাই দিবলগা জোৰণৰ বস্তু**

১) এটা মাটিমাহৰ টোপোলা

২) এটা হালধিৰ টোপোলা

৩) এটা গাঠিয়নৰ টোপোলা

৪) তামোলৰ সৈতে এখন কটাৰী

৫) এটা দৈৰ ঘটি

৬) জোৰণৰ এটা টেকেলি (ভিতৰত ভৰোৱা বস্তু সহ)

৭) এখন শৰাই (এটা ধাতুৰ মুদ্রা সহ)



# টাই আহোমসকলৰ হুচৰিৰ আৰম্ভণীৰ আশীৰ্বাদ আৰু তিনিটি হুচৰি

*☞ থাও মীং লুং ছীৱ দয়ফা*

## হুচৰিৰ আম্ভণিৰ আশীৰ্বাদ

চাও ফ্ৰা। চাও ত্ৰা।।
ফুৰা তাৰা আলং চিক্যা ৰানী পান
বয় মৌ চাও কাও ঐ।।
হু তিম ৰীন, মূ তিম খক, কায়ি তিম লাও খবাই তিম লাক
তী চু'ন ৰীন, তিম মাক মূ বী প্লু, জী খাউ ছং ছাম লাম
কানাঐী কাতাঐী পীন জন মান কিন খাউ বৌ চুত য়াং
চাও ৰীন মান চাও প' চাও মে' লুক চাই
লুক এ্ঞং তাংলাইক বয় মৌ চাও কাও ঐ

## তিনিটি ম' খাম (হুচৰি)

(১)

### নাম

চোম ছেং ঐ পূফীছু ঐ
খ্রুপ তাং বয়মৌ চাও কাও ঐ

### পদ

থম ঙিন ঐ পু চৌ পূ নাই।
জীম মূৰ্ ম' খাম তী ছাং কু মাই।।১।।
অন তাং মাই এ্ঙাং মী কু'ন
এ্ঙাং মী ফাঐ এ্ঙাং মী লুম।।২।।

জীম মূৰ, ঐ এঙাং কুপ দাও।।
লালা জুছী য়াং উ প্লাউ ।।৩।।
এঙাং মী ঐ তুৰ, চাঅী ৰিপ।
এঙাং মী ঐ মৌং চী ছিং।।৪।।
এঙাং মী ঐ তুৰ্ ছেং দিন
পাই মী ঐ তুৰ্ ছেং দিন
পাই মী ঐ লুত পুত ফফা।
পাই মী ঐ জেন পিন কাকা ।।৬।।
অন তাং ঐ বৌমী মূৰ্।
জীম মূৰ্ ঐ এঙাং মী প্লাউ।।৭।।
জীম মূৰ্ পৈ জু বান জাউ
এঙাং মী থুক ঐ বৌ মী তীন ।।৮।।
তেন লেন ঐ ফাতুৰ ছিং।
ছাং কু ঐ জেন পিন মৌং ছী ছিং ।।৯।।
থম ঙিন ঐ পু-চৌ পু-নাই।
থম ঙিন ঐ মে থাও য়া নাই ।।১০।।
ঐ খাম ঐ ফৈ খাম ঐ
পা মাউ পা চাঅী হাও লিন ছুং ঐ ।।১১।।
ঐ খাম ঐ হুচৰি ঐ
জন খন ৰাও জন খম মিং ।।১২।।

(২)

## নাম

লেংদন ঐ থেন খাম ঐ
পুলিন পুমন ছু খুপ তাং ঐ।।

## পদ

লেংদন মীৰ লেং কাং খেন মাই।
হিলক ছী কুনন মাই মা খাউ নন ঐ ।।১।।

লাউখ্রী জাছেংফা ৰিক্ মা প্লং।
কাইফা থেন খাম ক ৰিকমা প্লং।।২।।
হ কুম খাম ৰাং কান প্লং কান ঐ।
মৌং তাঐ মৌং তাম পাইমী খুন।।৩।।
তাং মৌং তাং লুং পুলিন পুমন।
ৰুম ছুপ ৰুম খাম লং নাই ঐ ।।৪।।
হাউ প্লুং খুন লুং খুন লাই ঐ।
হিত বং মৌং ৰী মৌংৰাম ঐ।। ৫।।
ছ্ন চাঐ ম্লন ৰূ খাম ছাং হাঐ।
হাঐ প্লুং পীনং ছং মৌং ক্লাং ঐ।।৬।।
হাঐ প্লুং নীছা পুফী ছীৰ ক।
তাং দয় ছং পীনং ক ঐ।।৭।।
হাঐ প্লুং পূফীছা মৌং তাম ঐ।
হিত বং হিত খুন পা থৌন মাই ঐ।।৮।।
হাঐ জু পূফীছাৰ তুনৰুং মাই।

হিত খেন তাং মৌং পা থৌন মাই ঐ।।৯।।
লাই পু বান মানাই ক ঐ।
পু ফীছা নীছাংক চয় কুম ঐ।।১০।।
তুন ৰুং মাই জু ৱা নাং নাই।
তুন ৰুং কাতাঐ মাই পয় বিহু ঐ।।১১।।
লেং দন থেন খাম জাছেংফা ঐ।
ম লাউখ্রী পূজাক জী খ্রুপ তাং ঐ ।।১২।।
খ্রূপ তাং তাং মৌং মা খুপ মা বয়।
ঐ খাম ফৈ খাম হুচৰি ঐ।। ১৩।।

(৩)

## নাম

চাও লুং ঐ ছীৰ কাফা ঐ
ৰৌন পিন মৌংদুন চুন খাম ঐ

## পদ

চাও লুং ঐ ছীব্ কা ফা ঐ
মাকা মৌংদুন চুন খাম ঐ ।।১।।
লুক তী মৌং খু মৌং জাউ ঐ
পামা চুম ফ্রা ৰুম ছেং মৌংঐ।।২।।
চাও লুং ঐ ছীৰকা ফা ঐ।
হিত বং মৌং দুন চুম খাম ঐ ।।৩।।
মৌং দুন ঐ চুম খাম ঐ
পয় বিহু ছাং ক্যেন ৰাক ছে লুংঐ।।৪।।
প কাও ঐ ছীৰকা ফা ঐ।
পামা ছাম ৰিং ম'তং দেংঐ।।৫।।
কিন খাউ ঐ ছাম কু'ন লে।
ম'তং দেং লুক লেং মাই প'কিন ঐ।।৬।।
পাং চাং মা ঐ ছুং তু ঐ।
ছাং পাই ছীৰ মান খম কমৌং ঐ ।।৭।।
পা চাং মে ঐ তু লেং ঐ ।
চীৰ চাং মে চাম কিপ কত ঐ।
ফুনু চাং ঐ মা দয় তাং ঐ।
চীৰ মান চাম লিক ফ্রং পেম ।।৯।।
পা মা ঐ তাং চাও ফা।
ছাম পাক ঐ মা ন্যাপ তা।।১০।।
চাও লুং ঐ ছীব্ কা ফা ঐ।
নাংৰু মাকা মৌং দুন ঐ।।১১।।
নাংৰু ছী ঐ মৌং লুং নাই।
হিত খুন ঐ মৌং দুন চুন খাম মৌং ৰাও ঐ।।১২।। ❑❑

# আমাৰ সম্বন্ধবোৰৰ লগতে সৰু সৰু স্মৃতিবোৰ

☞ ৰানু গগৈ ফুকন

সকলোৱে জানে আহোমসকল মংগোলীয় গোষ্ঠীৰ টাই মূলীয় বুলি। চাওলুঙ ছ্যুকাফাৰ নেতৃত্বত আদি বাসস্থান বা মাউলুঙ ত্যাগ কৰি বহু কষ্টৰে ১২২৮ খ্ৰীঃত সৌমাৰপীঠৰ চৰাইদেউত উপস্থিত হৈ তাতে স্থায়ী ৰাজধানী পাতি ছ্যুকাফাৰ বংশধৰসকলে 'সাতৰাজ মাৰি একৰাজ কৰিলে। চুদাংফা বা বামুনী কোঁৱৰৰ দিনৰে পৰা সম্ভৱত হিন্দু ধৰ্ম প্ৰভাৱ পৰাত আহোম ৰজাসকলে নামৰ আগত 'চাওফা'ৰ ঠাইত স্বৰ্গদেউ লিখিবলৈ লয় আৰু সমন্ধসূচক শব্দৰ পাছত 'দেও' শব্দ ব্যৱহাৰ কৰে।

আমি যদি আমাৰ সম্বন্ধবোৰেই নাজানো বা জনা কেইটাও মৰ ভাও ধৰি আন জাতৰ লগত লাজতে মিলাবলৈ শিকো তেন্তে আমাৰ উত্তৰ পুৰুষসকলে জানিব কি (?)

আমাৰ মিচিং ভাই-ভনীসকলে য'তে-ত'তে তেওঁলোকৰ জ্ঞাতীবৰ্গক লগ পালে তেওঁলোকৰ দোৱানেৰে বাৰ্তালাপ কৰিবলৈ অকণো লজ্জাবোধ নকৰে। কিন্তু আমাৰসকলে কৰে কি? বা আমি কৰোঁ কি?

বৰ্ত্তমান আমি দুকুৰি আঢ়ৈকুৰি বছৰীয়াসকলে আপাদেউ, নিচাদেউ, পুথাদেউ, এনাইদেউ আদি সম্বন্ধবোৰ কৈছো বা জানিছো। আমাৰ তলৰ চামে প্ৰায়ে এৰি দিয়া দেখা পাইছো।

তাতোতকৈ ডাঙৰ কথা আমিয়ে এৰিছো বা নাজানো বাইচাও কাক কম আইদেউ, গোঁহাইদেউ আদি কি ? 'দ'মতি' এই শব্দটো একেবাৰে লুপ্ত প্ৰায় অৱস্থা।

আহোমসকলৰ আন জাতিৰ দৰে সম্বন্ধবোৰ নহয় কিছু বেলেগ যেনে - মাকৰ ককায়েক নিচাদেউ, ভায়েকক মোমাইদেউ আনসকলৰ মাকৰ ককায়েক বা ভায়েক মামা হয়। টাই আহোমৰ ডাঙৰ ডালটো সদায় ডাঙৰ হৈয়ে থাকে। যদিও বয়সত সৰু হয়; সম্বন্ধতে চিনিব পাৰি। আজিকালি আনৰ আচৰণ অনুকৰণ কৰি সম্বন্ধবোৰ বিজতৰীয়া হোৱা পৰিলক্ষিত হৈছে। কোনোৱে মাহীয়েকৰ পুতেকক (বয়সত ডাঙৰ) দাদা বোলা হ'ল বা মাহীয়েকৰ জীয়েকক (ডাঙৰ হ'লে) বা বোলা হ'ল। এইয়া কাৰ দোষ ? আমাৰে নহয় জানো?

**হৃদয়ে সজম কৰিব নোৱাৰা কিছু কথা ঃ**

মই চৰকাৰী কৰ্মৰ তাগিদাত ঘৰৰ পৰা বাইছ-তেইছ কিলোমিটাৰ নিলগত চাকৰীত আছিলো। তেতিয়া মই জীয়াৰী। মোৰ সতে বাকী কৰ্মচাৰীসকলৰ জাত-পাত নিমিলে। মই হেনো নিম্ন জাতৰ।

মোৰ হাতে ৰন্ধা নাখায়। মই মদখোৱা, গাহৰী খোৱা আহোম। কুকুৰাও তেওঁলোকৰ ঘৰত নচলে। পিছে ... । চাকৰী পোৱাৰ পিছত ভোজ ভাত খোৱাব লাগে। ঠিক আছে আহোম কুকুৰাহে খায় আৰু গাহৰী, হাঁহ খায়। কিন্তু গাহৰী নচলে, হাঁহ হজম কৰিব নোৱাৰে আৰু কুকুৰা আনে নজনাকৈ খায়। হ'ব বাৰু বুলি মই এদিন ভোজ ভাতৰ দিহা কৰিলো। কাটি বাছি কুকুৰা অৰ্থাৎ মুৰ্গী আনিবলৈ ক'লে। মই কি কৰিলো, জীয়াই জীয়াই কুকুৰা লৈ গ'লো। সহকৰ্মী সকলে দেখি ক'লে খালা - খালা মানুহে দেখিব এতিয়া। মই ক'লো নাই খোৱা, বন্ধা আছে। জীয়াই জীয়াই মাছ যিদৰে কেৰাহিত দি খাবলৈ তৃপ্তীদায়ক ঠিক সেইদৰে থিতাতে মাৰি মুৰ্গীও খাবলৈ তৃপ্তী দায়ক। কথাবোৰ সময়ৰ সোঁতত পাহৰণিৰ বুকুত বিলীন হলেও অমুকীৰ হৃদয়ত এতিয়াও অজীন।

আন এটি ঘটনাৰ কথা লিখিছো এদিন ৰাতি বাইক দুৰ্ঘটনাত পথৰ মাজতে এজন স্বৰ্গগামী হ'ল। চেগাচোৰোগাকৈ আমাৰে সহকৰ্মী এজনে পিছদিনা ক'লে - "কালি পাই ৰাতি বাইক দুৰ্ঘটনাত এজন মৰিল। মৰক, নাকটো চেপেটা আহোম, মদ খাই মৰিল।"

ঠিক আছে - পিছদিনা বাতৰি কাকতখনত দেখুৱালো কালি বাইকত মৰা মানুহজনৰ নাক চেপেটা, আহোম জানা। আহোমে 'দত্ত' উপাধি নিলিখে। জোকৰ মুখত চূণ পৰিল

আকৌ শুনক - আমি ৰাৱণৰ বংশধৰ দস্যু। ৰাৱণ যে এজন ইতিহাসত পৰাক্ৰমী ৰজা আছিল বুলি জানেনে বাৰু ?

আমাক বাটে-পথে সমাজত কিছুমানে এনেকৈয়ে লাজ দিয়া মানুহ আছে। বাৰু এইযে বৰ বৰ চহৰত দুৰ্ঘটনাত পতিত হোৱা বা মিডিয়াত দেখা লাঙ খাই থকাসকল সকলো টাই আহোম নেকি (?) চিঞৰি চিঞৰি কবৰ মন যায় - আহোমে মদ নাখায় সাঁজ খায়। নানা বিধ বন ঔষধেৰে তৈয়াৰী পিঠাৰে চেৱা দিয়া বৰা চাউলৰ ৰস বনায়। সাধুসকলে নীতি-নিয়ম কৰি এই ৰস সেৱন কৰে। ই স্বাস্থ্যৰ কাৰণে উপকাৰীহে অপকাৰী নহয়।

ইতিহাসৰ পাতত সোণালী আখৰেৰে জিলিকি থকা যি জাতিৰ ছশ বছৰ শাসন কালৰ বিশ্ব অভিলেখ আছে, যি আহোম জাতিয়ে বল পৰাক্ৰমে গোটেই ভাৰতবৰ্ষত চিনাকী কৰিছিল; যি জাতিয়ে অসমৰ সকলোৰে ভাষা-ধৰ্ম-কৰ্ম-সংস্কৃতি, সাহিত্য, কলা আদিৰ উন্নতিৰ কাৰণে মুক্তহস্তে সহায়ৰ হাত আগবঢ়াইছিল, সেই জাতিয়ে আজি নিজকে নিজে চিনি নোপোৱাতো অতি পৰিতাপৰ কথা হৈ পৰিছে। ❑❑

# আহোমসকলৰ বিভিন্ন সমন্ধ আৰু বিষয়-বাবৰ টাই শব্দাৱলী

সম্পাদনা সমিতি

## আহোমসকলৰ বিভিন্ন সম্বন্ধৰ টাই শব্দ

| | | |
|---|---|---|
| আজো ককা | - | পু-লিন-পু-মুন্ |
| ককা | - | পু-লিন, পু-থাও, পু-চাও |
| বাপেক | - | প', চাও, প'-মান |
| বাপেকৰ ককায়েক | - | নিচা, নি-চাও, লুঙ-চাও, প' লুঙ-চাও |
| বাপেকৰ ভায়েক | - | আও, আও-চাও, প'-আও |
| মাকৰ বাপেক | - | পু-থাও, পু-নাই |
| মাকৰ ককায়েক | - | নি-চাও, পু'লুঙ্ |
| মাকৰ মাক | - | এ-নাই, আন-নাই, য়া-নাই |
| বাপেকৰ বায়েক | - | আ-পা, এ-পা, মি-অ', অক-চি |
| বাপেকৰ ককায়েকৰ ঘৈণীয়েক | - | পা-চাও, মে-লুঙ্ |
| মাকৰ ককায়েকৰ ঘৈণীয়েক | - | আ-পা, পা-চাও, মে-পা |
| বাপেকৰ বায়েকৰ গিৰিয়েক | - | নি-চাও, প'অক-চাও |
| মাকৰ বায়েকৰ গিৰিয়েক | - | নি-চাও |
| আজো বুঢ়ীআই | - | বাই-চাও, জা-থাও |
| বুঢ়ী আই | - | জা-চাও, য়া-চাও |
| পেহী | - | মে-আ, প-খুঞ, পু-আই, লু-নাই, আ-চি |
| মাহী | - | পু-অয়, মে-চাও, এঞা-চাও-চি |
| বাই | - | পা-পি বাউ, পি-এ্রেঙ, পি-চাও, পি-চি |
| ভনী | - | পা-নঙ্-বউ, নঙ্-চাও, নঙ-এ্রেঙ্ |
| জেশাহু | - | মৌ-পু, পি-চাও |
| বোৱাৰী | - | প্লাউ, পৌ, লুক-পাউ |
| বৌ | - | পা-লু-বউ, লু, লেই |

| | | |
|---|---|---|
| খুৰী | - | খুএঃ-চাও, মে' নাং, মে-ল' |
| গিৰিয়েকৰ ককায়েক (বৰজনা) | - | জা-ম, লুঙ-চাও, চাও-নয় |
| বৰজনাৰ ঘৈণীয়েক | - | পা-পি-বাউ, পি-চি |
| ককাই | - | কাই, পি-কাই, পি-চাই, কি-চাও |
| ভাই | - | পি-নঙ্, নং-চাই |
| জোঁৱাই | - | খুএঃ, লুক-খৈ |
| গিৰিয়েকৰ বায়েক | - | বাই-চাও, পি-চি |
| খুলশালী | - | (ল'ৰা) লুঙ্-টা |
| পো | - | লুক-মান |
| নুমলীয়া পো | - | লুক-নই |
| বৰপো | - | আই, লুক-ফু-আই |
| শহুৰ | - | প'চাও |
| নুমলীয়া ভাই | - | পি-নই |
| ঘৈণীয়েক | - | নাও |
| নাতি | - | লান্, লান-চাই |
| ভিনীয়েক | - | পি-চাও, পি-খৈ |
| ভাই বোৱাৰী | - | নঙ্-পাউ |
| জী | - | জিঙ্, লুঙ্-এেঙঙ্, লুক-চাও |
| পেহা | - | প'-খুএঃ, আ-খৈ |
| আই | - | মে, মি |
| খুলশালী | - | (ছোৱালী) নঙ্-চাও |
| শাহু | - | মে'কাও |
| মহা | - | প'-খৈ |
| মোমাই | - | প'না |
| মাই বা মামী | - | মে'-না |
| জেঠেৰী | - | লুং-টা |
| ভাগিন, ভতিজা | - | লানু |
| বিঁয়ে | - | প'-নঙ্ |
| বিয়নী | - | মে'-নঙ্ |
| আইদেউ | - | নাং |

# আহোমৰ ৰজা আৰু বিষয়ববীয়া সকলৰ টাই প্ৰতিশব্দ

| | | |
|---|---|---|
| ৰজা | - | চাও-ফা |
| বুঢ়াগোঁহাই | - | চাও-ফ্ৰঙ্-মুং |
| বৰগোঁহাই | - | চাও-থাও-লুং |
| বৰপাত্ৰগোঁহাই | - | চাও-ছেঙ্লুং |
| মোহন | - | ম'-হুং |
| বাইলুং | - | ম'-প্লং |
| বৰবৰুৱা | - | ফু-কন্-লুং |
| দেওধাই | - | ফু-ছেঙ্-মুং-টুন্-টাই, ম'-ছাই |
| বৰফুকন | - | ফু-কন্-লুং |
| শদিয়াখোৱা গোঁহাই | - | চাও-ব-ঙেন্ |
| সলাল গোঁহাই | - | থাও-মুং-ছাও-লা |
| মৰঙীখোৱা গোঁহাই | - | চাও-মা-ৰাঙ্-কি |
| ন্যায়সোধা ফুকন | - | ফু-কন্-ফু-ছন্-ঙিন |
| কলিয়াবৰীয়া ফুকন | - | ফু-কন্-টুন্-ৰুঙ্-ডাম্ |
| খাৰঘৰীয়া ফুকন | - | ফু-কন্-খাৰী |
| খোৱাং ফুকন | - | ফু-কন্-খু-আঙ্ |
| জালভাৰী ফুকন | - | ফু-কন-খে |
| ঢেকীয়াল ফুকন | - | ফু-কন্ ফা-কুট |
| ডেকা ফুকন | - | ফু-কন্-বাও |
| বাইলুং ফুকন | - | ফু-কন্-বাই-লুঙ |
| মঠাডঙীয়া বাইলুং | - | জঙ্-মুঙ-খাম্ |
| তামুলী ফুকন | - | ফু-কন্-মা-মু |
| দেওধাই ফুকন | - | ফু-কন্-ম'-ছাই |
| ন-ফুকন | - | পু-কন্-মৌ |
| চোলাধৰা ফুকন | - | ফু-কন্ জাম্ ছু |
| নাওশলীয়া ফুকন | - | ফু-কন্ৰু |
| ৰাইডঙীয়া ফুকন | - | ফু-কন্-ৰাই-ডাং |
| চিৰিং ফুকন | - | ফু-কন্-ছি-ৰিঙ |

| | | |
|---|---|---|
| পৰ্ব্বতীয়া ফুকন | - | ফু-কন্-ডয় |
| দোলাকাষৰীয়া বৰুৱা | - | ফু-কে-কান্-ৰাম্ |
| চাংমাই বৰুৱা | - | ফু-কে-চাঙ্-মাই |
| বেজবৰুৱা | - | ফু-কে-চাঙ-ছা-ৰি |
| দিহিঙ্গীয়া ৰাজখোৱা | - | ফু-কিন্-মুঙ্-টাই-মুং |
| হাতীমূৰীয়া | - | চাও-ৰু-চাং |
| বৰচেটিয়া | - | চাও-চিঙ্-লুং |
| বাৰুকিয়াল | - | চন্-ছেঙ্-আঙ্-টঙ্ |
| ঘৰফলীয়া | - | ফু-ফা-ৰেণ |
| ছেংধৰা | - | ফু-টু-ছেঙ্ |
| দিহিঙ্গীয়া | - | লান্-টাই-মুং |
| নেওগ | - | নিউ-মেঙ্ |
| বৰভঁৰালী | - | চাও-জি |
| মহঙৰ গোঁহাই | - | চাও-ব-ক্লঙ্ |
| কুকুৰাচোৱা | - | চাও-কাই |
| ৰঙাচিলা ফৈদ | - | থ্রিউ-ডেঙ্ |
| বানৰুকীয়া গোঁহাই | - | চাও-কান্-বান্-ৰুক |
| ফুকন | - | ফু-কন্ |
| লান্মাখৰু | - | লান্-মাখু |
| বৰুৱা | - | ফু-কে |
| হাজৰিকা | - | ৰু-ৰিং |
| শইকীয়া | - | ৰু-পাক্ |
| বৰা | - | ৰু-ছাও |
| সন্দিকৈ | - | লান্-টাই-মুং |
| দিহিঙ্গীয়া হিলৈদাৰী | - | লান্-চঙ-ক্লং  |

মূল বিষয়বস্তুৰ পৰা নিলগত ... অথচ প্ৰাসংগিক ☞

# খোৱা পানীত আৰ্চেনিক ঃ লক্ষীমপুৰ আৰু ধেমাজি অঞ্চলৰ পানীত ইয়াৰ বন্টন আৰু ভয়াবহতা

*☞ ড° মৃদুল বুঢ়াগোঁহাই*

আৰ্চেনিক এবিধ কঠিন ধাতুকল্প। প্ৰাকৃতিক পানীত ই ত্ৰিযোজী অক্সি এনায়নৰ আৰ্চেনাইট বা পঞ্চযোজী অক্সিএনায়নৰ আৰ্চেনেট হিচাপে অজৈৱিক ৰূপত থাকে। ই এবিধ 'মৌন ঘাটক'। কেনছাৰ ৰোগৰ এটা অন্যতম কাৰক হিচাপে ইয়াক গণ্য কৰা হয়। মাটি, পানী, বায়ু আৰু খাদ্য আদি মাধ্যমেৰে শ্বাস, অৱশোষণ আৰু সেৱনৰ জৰিয়তে মানুহৰ শৰীৰত ই প্ৰৱেশ কৰিব পাৰে। মানৱদেহত ০.১২ ৰ পৰা ০.২৫ গ্ৰাম আৰ্চেনিক প্ৰৱেশ কৰিলেই মানুহক মৃত্যুৰ মুখত পেলাব পাৰে। আৰ্চেনিকে হাওঁফাওঁ, হৃদযন্ত্ৰ, পাকস্থলী, ৰক্তকোষ, স্নায়ু, মগজু আদিত বিৰূপ প্ৰভাৱ পেলায় আৰু ফলস্বৰূপে প্ৰজনন ক্ষমতা, ৰোগ প্ৰতিৰোধী ক্ষমতা, বৌদ্ধিক বিকাশ আদিও বাধাপ্ৰাপ্ত হয়। সম্ৰাট নেপ'লিয়নক ছেন্ট হেলেনা দ্বীপত নিৰ্বাসিত অৱস্তাত আৰ্চেনিকযুক্ত খাদ্য খুৱাই মন্থৰ বিষক্ৰিয়া ঘটাই হত্যা কৰিছিল বুলি তেওঁৰ মৃত্যুৰ ১৪০ বছৰৰ পিছত তেওঁৰ চুলি আৰু নখ বিশ্লেষণ কৰি প্ৰমাণিত কৰিছিল। অৱশ্যে সেই সময়ত তেখেতৰ মৃত্যুৰ কাৰণ পাকস্থলীৰ কেনছাৰ বুলিহে প্ৰচাৰ কৰা হৈছিল।

আৰ্চেনিকযুক্ত পানী সেৱনৰ ফলত পেট বিযোৱা, বমি হোৱা, ভোক নলগা হোৱা, লিভাৰ আৰু হৃৎপিণ্ডৰ ৰোগ, হাত-ভৰি ফুলা আদি। কিন্তু দীৰ্ঘদিন ধৰি আৰ্চেনিকযুক্ত পানী সেৱনৰ ফলত Conjunctivitis হৈ অন্ধতা প্ৰাপ্তি, hyperkeratosis, hyperpigmentation (গাৰ ছালত ক'লা দাগ পৰা), ছাল, লিভাৰ, হাওঁফাওঁ, যকৃতবেৰ ইত্যাদিৰ কেনছাৰ হ'ব পাৰে। অধিক আৰ্চেনিকযুক্ত পানী সেৱনৰ ফলত গৰ্ভৱতী মহিলাৰ স্বতঃস্ফুৰ্ত গৰ্ভপাত হ'ব পাৰে।

ভুগৰ্ভস্থ পানীত আৰ্চেনিকৰ সমস্যাৰ প্ৰতি বিশ্ব স্বাস্থ্য সংস্থা (WHO) আৰু (UNICEF) ৰ দৰে আন্তঃৰাষ্ট্ৰীয় সংস্থাসমূহ যথেষ্ট সচেতন আৰু ইয়াৰ প্ৰতিকাৰৰ বাবে ইতিমধ্যে প্ৰচেষ্টা আৰম্ভ কৰিছে।

অলপতে বিশ্ব স্বাস্থ্য সংস্থাই যুগুত কৰা এখন নিৰ্দেশনাত খোৱা পানীত আৰ্চেনিকৰ সৰ্বোচ্চমান

৫০ মাইক্ৰগ্ৰাম /লিটাৰৰ পৰা ১০ মাইক্ৰগ্ৰাম/লিটাৰলৈ সলনি কৰিছে। বৰ্তমান ইউৰোপ, আমেৰিকাৰ আৰু আন কিছুমান দেশত ১০ মাইক্ৰগ্ৰাম/লিটাৰয়েই হৈছে খোৱা পানীৰ আৰ্চেনিকৰ সৰ্বোচ্চ অনুমোদিত পৰিমাণ। কিন্তু কিছুমান দেশত বিশ্ব স্বাস্থ্য সংস্থাই অনুমোদন কৰা মানতকৈ আৰ্চেনিকৰ সৰ্বোচ্চ মান কম। উদাহৰণস্বৰূপে অষ্ট্ৰেলিয়াত এইমান ৭ মাইক্ৰগ্ৰাম/লিটাৰ। ডেনমাৰ্কত ৫ মাইক্ৰগ্ৰাম/লিটাৰ। অন্যহাতে আমেৰিকাৰ National Research Defence Council ৰ দ্বাৰা কৰা নিৰ্দেশনা অনুসৰি এই মান হ'ব লাগে ৩ মাইক্ৰগ্ৰাম/লিটাৰ। কিন্তু আশ্বৰ্যজনকভাৱে ভাৰতত এতিয়াও আৰ্চেনিকৰ সৰ্বোচ্চমান পূৰ্বনিৰ্ধাৰিত ৫০ মাইক্ৰগ্ৰাম/লিটাৰৰ ঘৰতেই আছে। সেয়েহে অতি শীঘ্ৰেই এই মানৰ সংশোধনৰ প্ৰয়োজন।

ভাৰতবৰ্ষৰ পশ্চিমবংগ, বিহাৰ, চণ্ডীগড়, পঞ্জাৱ, উত্তৰ প্ৰদেশ, ঝাৰখণ্ড, অসমকে ধৰি উত্তৰ পূৰ্বাঞ্চলৰ প্ৰায়কেইখন ৰাজ্যতে ভূগৰ্ভস্থ পানীত যথেষ্ট পৰিমাণৰ আৰ্চেনিক পোৱা গৈছে। অসমৰ ব্ৰহ্মপুত্ৰৰ উপত্যকাৰ ভূগৰ্ভস্থ পানীৰ আৰ্চেনিক দূষিত কৰণৰ পৰিমাণ বৰাক উপত্যকাৰ জিলা কেইখনতকৈ বেছি হোৱা পৰিলক্ষিত হৈছে। বিশেষকৈ যোৰহাট, ধেমাজি, গোলাঘাট, নলবাৰী আৰু লক্ষীমপুৰ জিলাৰ ভূগৰ্ভস্থ পানীত আৰ্চেনিক দূষিতকৰণ সৰ্বোচ্চ হোৱা দেখা গৈছে।

লক্ষীমপুৰ আৰু ধেমাজি জিলাৰ বিভিন্ন ঠাইৰ পানীৰ নমুনা অতি উচ্চ স্তৰৰ যন্ত্ৰ Atomic Absorption Spectrometer (AAS), U.V. Visible spectrometer ৰ সহায়ত পৰীক্ষা কৰি দেখা গৈছে যে — ধেমাজি জিলাৰ সংগ্ৰহ কৰা ২৪০ টা পানীৰ নমুনাৰ ভিতৰত ৫৬ টা পানীৰ নমুনাতে আৰ্চেনিকৰ পৰিসৰ ১০ মাইক্ৰগ্ৰাম/লিটাৰ অতিক্ৰম কৰিছে। ধেমাজি জিলাৰ চিচিবৰগাঁও উন্নয়ন খণ্ডৰ চিৰিপানী অঞ্চলৰ পানীৰ নমুনাত এই মান সৰ্বোচ্চ ৪৭ মাইক্ৰগ্ৰাম/লিটাৰ পোৱা গৈছে। অন্যহাতে লক্ষীমপুৰ জিলাৰ ৪৬০ টা পানীৰ নমুনাৰ পৰীক্ষাৰ ভিত্তিত ২৪ টা পানীৰ নমুনাত আৰ্চেনিকৰ পৰিসৰ ১০ মাইক্ৰগ্ৰাম/লিটাৰ অতিক্ৰম কৰিছে। লক্ষীমপুৰ জিলাৰ বিহপুৰীয়াৰ বদতিঘাট অঞ্চলত আৰ্চেনিকৰ পৰিসৰ যথেষ্ট বেছি হোৱা পৰিলক্ষিত হৈছে। সেয়েহে লক্ষীমপুৰ আৰু ধেমাজি অঞ্চলত কেনছাৰ ৰোগৰ উত্থানত যদিও আন বহুতো কাৰক জড়িত হৈ আছে, তথাপিতো আৰ্চেনিকযুক্ত ভূগৰ্ভস্থ পানীও ইয়াৰ অন্যতম কাৰক হ'ব পাৰে।

খোৱা পানীত থকা আৰ্চেনিকৰ সঠিক পৰিমান নিৰ্ণয় কৰাটো নিতান্তই প্ৰয়োজন হৈ পৰিছে । অৱশ্যে এই পৰীক্ষাটো সাধাৰণ পদ্ধতিৰে কৰিব পৰা নাযায়। সাধাৰণতে (Atomic Absorption

Spectrometer (AAS), U.V. Visible spectrometer আদি উচ্চ স্তৰৰ যন্ত্ৰৰ সহায়ত আৰ্চেনিকৰ উপস্থিতি নিৰ্ণয় কৰা হয়। অসমত এনেধৰণৰ যন্ত্ৰ তেজপুৰ বিশ্ববিদ্যালয়, তেজপুৰৰ NERIWALM, DRDO, NEIST যোৰহাট, গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়, IIT- গুৱাহাটী, আদিত আছে। অন্যহাতে ধেমাজি আৰু লক্ষীমপুৰ জিলাৰ লোকসকলে ধেমাজি জিলাৰ গোগামুখৰ জনস্বাস্থ্য কাৰিকৰী বিভাগৰ (PHED) কাৰ্যালয়ত অৱস্থিত UNICEF ৰ দ্বাৰা প্ৰতিস্থিত Rural Water Testing Laboratory ত মাত্ৰ ১০০ (এশ) টকাৰ বিনিময়ত পানীত থকা আৰ্চেনিকৰ পৰিমাণ সঠিককৈ নিৰ্ণয় কৰিব পাৰিব।

আমেৰিকা যুক্তৰাষ্ট্ৰত খোৱা পানী যোগান ধৰাৰ আগতে পানীৰ সৰ্বমুঠ ১৬০ টা ৰসায়নিক পৰীক্ষা কৰে। ইয়াৰ পৰিৱৰ্তে ভাৰত চৰকাৰে দেশবাসীৰ স্বাস্থ্যৰ কাৰণে বৰ্তমানে মুঠ ঘৰুৱা উৎপাদনৰ (GDP) কেৱল ০.৯৪ শতাংশ হে খৰচ কৰিব পাৰিছে আৰু এই পৰিমাণ পৃথিৱীৰ সকলো সভ্য দেশৰ ভিতৰতে কম। দেশৰ ভৱিষ্যত নাগৰিকসকল সুস্বাস্থ্যৰ অধিকাৰী হোৱাটো একান্ত আৱশ্যক। যিহেতু বিশ্ব স্বাস্থ্য সংস্থায়ে খোৱা পানীৰ বিভিন্ন উপাদান সমূহৰ বাবে বান্ধি দিয়া নিৰাপদ সীমা অতিক্ৰম কৰিলে সেৱন কৰোতাৰ স্বাস্থ্য হানি হ'ব। গতিকে আইন প্ৰণয়ন কৰি ভাৰতীয়ৰ বিশুদ্ধ পানী খোৱাৰ অধিকাৰ (মৌলিক অধিকাৰ) আৰু স্বাস্থ্য আইন দুয়োখন একেলগ কৰি বলবৎ নোহোৱালৈকে দেশৰ অতিকৈ মূলবান মানৱ সম্পদ গঢ়ি তোলাৰ সপোন সঠিকভাৱে ৰূপায়িত হোৱাত বাধা আহি পৰিব। ❑❑

# উদ্‌যাপন সমিতি
## লক্ষীমপুৰ কেন্দ্ৰীয় মে-ডাম্‌-মে-ফি ২০১৬

**মুখ্য পৃষ্ঠপোষক**

চাও ইন্দ্ৰ গগৈ, প্ৰাক্তন মন্ত্ৰী অসম চৰকাৰ

**পৃষ্ঠপোষকমণ্ডলী**

শ্ৰীযুত দেৱেশ্বৰ মালাকাৰ
উপায়ুক্ত, লখিমপুৰ

নাং স্বৰ্ণ ঢেকীয়াল ফুকন,
অৱসৰপ্ৰাপ্ত অধ্যাপিকা

চাও নৃপেন ফুকন,
প্ৰাক্তন অধ্যক্ষ, ইটানগৰ চৰকাৰী মহাবিদ্যালয়

চাও নাৰায়ণ বৰগোঁহাই
প্ৰাক্তন অধ্যক্ষ, লঃ তেঃ কঃ মহাবিদ্যালয়

চাও হেমেন্দ্ৰ কুমাৰ গগৈ
প্ৰাক্তন অধ্যক্ষ, উঃ লঃ মহাবিদ্যালয়

ড° হেমন্ত কুমাৰ বৰুৱা
প্ৰাক্তন অধ্যক্ষ, লঃ বাণিজ্য মহাবিদ্যালয়

চাও বলিন নাৰায়ণ ফুকন
প্ৰাক্তন অধ্যক্ষ, ইটানগৰ চৰকাৰী মহাবিদ্যালয়

চাও তিলক বৰুৱা
প্ৰাক্তন অধ্যক্ষ, উঃ লঃ মহাবিদ্যালয়

ড° লাবণ্য বুঢ়াগোঁহাই
প্ৰাক্তন অধ্যক্ষা, লঃ তেঃ কঃ মহাবিদ্যালয়

**মুখ্য উপদেষ্টা**

চাও ঘন বুঢ়াগোহাঁই
প্ৰাক্তন বিধায়ক, লখিমপুৰ বিধান সভা সমষ্টি

**উপদেষ্টা মণ্ডলী**

নাং নীলিমা লাহন
প্ৰাক্তন অধ্যক্ষা, লঃ একাডেমী উঃ মাঃ বিদ্যালয়
প্ৰাক্তন প্ৰাধীকাৰী উঃ লঃ উন্নয়ণ প্ৰাধীকৰণ

চাও দেৱ গগৈ
প্ৰাক্তন অধ্যক্ষ, ডিব্ৰুগড় চৰকাৰী উঃ মাঃ বিদ্যালয়

চাও মাণিক গগৈ
প্ৰাক্তন অধ্যক্ষ, উঃ লঃ চৰকাৰী উঃ মাঃ বিদ্যালয়

চাও ধৰ্মেশ্বৰ গগৈ,
সভাপতি, টাই সংস্কৃতি বিকাশ সমিতি

চাও অজয় বৰুৱা
সভাপতি, নগৰ উন্নয়ন প্ৰাধিকৰণ, উঃ লঃ

চাও দন্দেশ্বৰ গগৈ
প্ৰাক্তন অধ্যক্ষ, লঃ একাডেমী উঃ মাঃ বিদ্যালয়

চাও প্ৰহলাদ গগৈ
প্ৰাক্তন অধ্যক্ষ, উঃ লঃ চৰকাৰী উঃ মাঃ বিদ্যালয়

নাং ৰেখা ফুকন
প্ৰাক্তন অধ্যক্ষা, লঃ স্নাতকোত্তৰ প্ৰশিক্ষণ মহাবিদ্যালয়

নাং আৰতি গোঁহাই দুৱৰা
অৱসৰপ্ৰাপ্ত বিষয় শিক্ষয়িত্ৰী

চাও লক্ষীন্দ্ৰ গগৈ
অৱসৰপ্ৰাপ্ত অধীক্ষক অভিযন্তা, গড়কাপ্তানি বিভাগ

চাও চন্দ্ৰকমল গগৈ
অধ্যক্ষ, কলানিকেতন, লখিমপুৰ

ডাঃ অমৰেন্দ্ৰ গগৈ
অৱসৰপ্ৰাপ্ত জিলা পশু চিকিৎসা বিষয়া

চাও পৰমানন্দ চেতিয়া
প্ৰাক্তন অধিনায়ক গৃহৰক্ষী বিভাগ

চাও কনকেশ্বৰ গগৈ
অৱসৰপ্ৰাপ্ত অতিৰিক্ত মুখ্য অভিযন্তা

চাও বিনন্দ বৰগোঁহাই
অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক, লঃ কলেজিয়েট উঃ মাঃ বিদ্যালয়

নাং স্বপ্না চেতিয়া গগৈ
অৱসৰপ্ৰাপ্ত অধ্যাপিকা, লঃ বাঃ মহাবিদ্যালয়

ড° মুকুট চন্দ্ৰ বৰুৱা
অৱসৰপ্ৰাপ্ত অধ্যক্ষ লঃ বাঃ মহাবিদ্যালয়

চাও ৰামেশ্বৰ গগৈ,
অৱসৰপ্ৰাপ্ত অধ্যক্ষ, লঃ একাডেমী উঃমাঃ বিদ্যালয়

ড° বিমান চেতিয়া
অধ্যক্ষ উঃ লঃ মহাবিদ্যালয়
চাও জিবানন্দ কোঁৱৰ
পৰিদৰ্শক, আবকাৰী বিভাগ
চাও বগেন্দ্ৰ বুঢ়াগোঁহাই , অধিবক্তা
প্ৰাক্তন প্ৰাধিকাৰী, উঃ লঃ উন্নয়ণ প্ৰাধিকৰণ
ডাঃ আনন্দ দিহিঙ্গীয়া
অৱসৰপ্ৰাপ্ত যুটীয়া সঞ্চালক, চিকিৎসা বিভাগ
চাও যজ্ঞেশ্বৰ বুঢ়াগোঁহাই
প্ৰাক্তন অধ্যক্ষ, নকাড়ী উঃ মাঃ বিদ্যালয়
চাও নন্দেশ্বৰ নেওগ
প্ৰাক্তন অধ্যক্ষ, চাবতি উঃ মাঃ বিদ্যালয়
চাও ফণীধৰ গগৈ, অধ্যক্ষ, তাই একাডেমী
চাও কনক গগৈ, প্ৰাক্তন পৌৰপতি
চাও গুনীন গগৈ, প্ৰাক্তন অধীক্ষক অভিযন্তা
নাং নীলিমা গগৈ কোঁৱৰ,
অৱসৰপ্ৰাপ্ত স্বাস্থ্য পৰিদৰ্শক
নাং নীলিমা গগৈ কোঁৱৰ
উপাধ্যক্ষা, লঃ কেঃ মহাবিদ্যালয়
নাং ৰুণুমা বুঢ়াগোহাঁই
উপধ্যক্ষা, নাওবৈচা মহাবিদ্যালয়
চাও যজ্ঞেশ্বৰ গগৈ, চৰকাৰী অধিবক্তা
ডাঃ গুণিন গগৈ, চিকিৎসক, উঃ লঃ
ডাঃ হিৰণ কমল কোঁৱৰ, অৱসৰপ্ৰাপ্ত চিকিৎসা বিষয়া
ডাঃ পূৰ্ণ বৰগোহাঁই, চিকিৎসক, উঃ লঃ
চাও লোকেশ্বৰ গগৈ, সভাপতি, কৰ্মচাৰী পৰিষদ
ডাঃ অভেদ্ৰ কৃষ্ণ বুঢ়াগোঁহাই
অৱসৰপ্ৰাপ্ত যুটীয়া সঞ্চালক, স্বাস্থ্য বিভাগ
চাও মহেন্দ্ৰ নাথ ফুকন
অৱসৰপ্ৰাপ্ত জিলা কৃষি বিষয়া
চাও চন্দন ফুকন, জিলা পশু চিকিৎসা বিষয়া
চাও লোকনাথ গগৈ, প্ৰাক্তন পৌৰপতি
চাও কনকসেন ডেকা
সহপৰিদৰ্শক, শিক্ষা বিভাগ
চাও বুলু গগৈ, বিশিষ্ট সমাজকৰ্মী
চাও ৰোহিতেশ্বৰ গোঁহাই
প্ৰাক্তন অধ্যক্ষ, চাবতি উঃ মাঃ বিদ্যালয়

চাও দেৱ কুমাৰ ফুকন
অৱসৰপ্ৰাপ্ত শিক্ষক, লখিমপুৰ একাডেমী উঃ মাঃ বিঃ
চাও ভুবন তামুলী ফুকন,
অৱসৰপ্ৰাপ্ত পৰিদৰ্শক, আৰক্ষী বিভাগ
চাও আলোক গগৈ, অৱসৰপ্ৰাপ্ত জিলা ক্ৰীড়া বিষয়া
চাও ব্ৰজেন গগৈ, অধিবক্তা
চাও ধেবৰ গোঁহাই বৰুৱা, অধিবক্তা
চাও নুপুৰ গগৈ, অধিবক্তা
নাং মিনাক্ষী গোঁহাই বৰুৱা, অধিবক্তা
চাও খগেন সন্দিকৈ, অধিবক্তা
চাও বিনোদ কুমাৰ গগৈ, কাৰ্যকৰী পৰিচালক, জিলা
উদ্যোগ আৰু বাণিজ্য কেন্দ্ৰ, লখিমপুৰ
চাও ৰোহিনী বৰগোঁহাই, বিশিষ্ট সমাজকৰ্মী
চাও বাণীকান্ত কোঁৱৰ, প্ৰবক্তা, উঃ লক্ষীমপুৰ মহাবিদ্যালয়
চাও দিগন্ত হাতীবৰুৱা, প্ৰবক্তা, উঃ লক্ষীমপুৰ মহাবিদ্যালয়
ড০ অৰবিন্দ ৰাজখোৱা, প্ৰবক্তা, উঃ লক্ষীমপুৰ মহাবিদ্যালয়
চাও মোহন বুঢ়াগোঁহাই
প্ৰধান শিক্ষক, জ্ঞানোদয় মঃ ইঃ বিদ্যালয়
চাও পবিত্ৰ গগৈ
প্ৰধান শিক্ষক, সোমদিৰি নৱজ্যোতি মঃ ইঃ বিদ্যালয়
চাও আনন্দ তামুলী ফুকন
প্ৰধান শিক্ষক, বগলীজান উঃ মাঃ বিদ্যালয়
চাও দুৰ্গেশ্বৰ গগৈ, সচিব, কমলাবৰীয়া সঃ সমিতি
চাও ৰঞ্জিত গগৈ, বন বিষয়া
চাও প্ৰদীপ গগৈ, জেষ্ঠ কৃষি উন্নয়ন বিষয়া
চাও মাধৱ গগৈ, অধিবক্তা
চাও আলোক গোঁহাই, সমাজকৰ্মী
চাও বৰুণ ফুকন, সভাপতি পাইকাৰী সমবায় সঃ লিঃ
নাং গুণদা গগৈ, সভানেত্ৰী, নাৰ্চ সন্থা ও উপ-সভানেত্ৰী
জিলা তাই সাহিত্য সভা, মহিলা কোষ
চাও সোনাধৰ গগৈ, অৱসৰপ্ৰাপ্ত বেংক বিষয়া
চাও পঞ্চম বৰুৱা, বিশিষ্ট সমাজকৰ্মী
চাও ভবেন লাহন, বিশিষ্ট সমাজকৰ্মী
চাও দিগন্ত গগৈ, বন প্ৰাধিকাৰী বিষয়া
চাও চিত্ৰ বৰপাত্ৰ গোহাঁই, সহ পৰিদৰ্শক, শিক্ষা বিভাগ
চাও গোলোক গগৈ, অৱসৰপ্ৰাপ্ত জিলা শিক্ষা বিষয়া,
প্ৰাপ্তবয়স্ক শিক্ষা বিভাগ

চাও মোহিনী গোঁহাই বৰুৱা, বিশিষ্ট সমাজকৰ্মী
চাও খগেন মহন, জিলা সমাজ কল্যাণ বিষয়া
চাও জিতেন গগৈ, প্ৰাক্তন পৌৰপতি, উঃ লঃ
চাও তাৰানাথ খনিকৰ
অৱসৰপ্ৰাপ্ত সহ-পৰিদৰ্শক, শিক্ষা বিভাগ
ডাঃ পবিত্ৰ চেতিয়া, চিকিৎসক, উঃ লঃ
ডাঃ ৰাতুল বৰুৱা, চিকিৎসক, উঃ লঃ
ডাঃ প্ৰদীপ কোঁৱৰ, চিকিৎসক, উঃ লঃ
ডাঃ ধ্ৰুৱজ্যোতি বৰগোঁহাই, চিকিৎসক, উঃ লঃ
ডাঃ ভাৰতী গগৈ বৰুৱা, চিকিৎসক, উঃ লঃ
ডাঃ গৌতম খনিকৰ, চিকিৎসক, উঃ লঃ
চাও কিনাৰাম গগৈ
প্ৰাক্তন অধ্যক্ষ, বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ
চাও দিপক গগৈ, বিশিষ্ট ব্যৱসায়ী
চাও সঞ্জীৱ গগৈ, অধিবক্তা
চাও নবীন গগৈ
প্ৰাঃ সভাপতি কমলাবৰীয়া সঃ সমিতি
চাও বসন্ত ফুকন, নকাড়ী
চাও গোলাপ গগৈ,
প্ৰাঃ সভাপতি কমলাবৰীয়া সঃ সঃ
চাও নগেন গগৈ, অধিবক্তা
চাও ৰাজু গগৈ, অধিবক্তা
চাও ৰাজীৱ গগৈ, অধিবক্তা
নাং কিৰণ গগৈ, নকাড়ী
চাও মুহিম কোঁৱৰ, মাহৰা
চাও ভৰত চাংমাই, ন-পাম ৰংপুৰীয়া
চাও বুধিন বুঢ়াগোহাঁই, আহুচাউল গাঁও
নাং হীৰা গগৈ, প্ৰাক্তন খণ্ড প্ৰতিপালক, উঃ লঃ পৌৰসভা
নাং বিন্দু কোঁৱৰ, খণ্ড প্ৰতিপালক, উঃ লঃ পৌৰসভা
নাং ফুলমাই গগৈ, উপ সভানেত্ৰী লঃ আঃ পঞ্চায়ত
নাং পূণ্য গোঁহাই লাহন, আঞ্চলিক সদস্যা, বগলীজান
চাও দূৰ্গাধৰ ডেকা, কদমীয়াল
চাও কুমুদ হাজৰিকা, নৰাগাঁও
চাও গগণ নেওগ, বৈয়া বকল
চাও দ্ৰোণ কান্ত হাতীবৰুৱা, কদমীয়াল
চাও বিমল ৰাজখোৱা, কদমিয়াল
চাও হেমচন্দ্ৰ গোঁহাই, খৰখৰি
চাও ৰমেশ ফুকন, চকুলীভৰীয়া
চাও তোযেশ্বৰ কোঁৱৰ, চকুলীভৰীয়া
চাও কমলেশ্বৰ গগৈ, চকুলীভৰীয়া
চাও ফনীধৰ গগৈ, চকুলীভৰীয়া
চাও চুচেন গগৈ, চিৰিঙচুক
চাও জীতেন গোঁহাই
সভাপতি কমলাবৰীয়া সমবায় সমিতি
চাও নকুল কোঁৱৰ, মাহৰা
চাও চিদানন্দ কোঁৱৰ, কোঁৱৰ গাওঁ
চাও ৰঘু ডেকা, খাৰকাটি
চাও ৰবীন্দ্ৰ ফুকন, পহুমৰীয়া, বকল গাঁও
চাও ক্ষিৰোদ গগৈ, শিঙিমাৰি
চাও প্ৰফুল্ল বৰগোহাঁই, মহকুমা কৃষি বিষয়া
চাও প্ৰদীপ গোহাঁই, মহকুমা কৃষি বিষয়া (উদ্যান)
চাও ৰবিচন ডেকা, চমুৱা গাওঁ
চাও প্ৰদীপ কোৱঁৰ, বিজয় নগৰ
চাও প্ৰদীপ গগৈ, বিজয় নগৰ
চাও বিনোদ গগৈ, কৰ্চন
নাং বুলুমনি বড়া, নকাড়ী

## সভাপতি
চাও গুণ ফুকন
**কাৰ্যকৰি সভাপতি**
চাও মোহন গগৈ
**উপ সভাপতি মণ্ডলী**
চাও হিটলাৰ দিহিঙ্গীয়া
চাও ৰুদ্ৰ কোঁৱৰ
নাং বানী গগৈ
চাও প্ৰেম বৰগোহাঁই
চাও লীলা গগৈ
চাও অচ্যুৎ বৰগোহাঁই
চাও দিলীপ গোহাঁই
চাও প্ৰবীণ গগৈ
চাও ৰমেশ ফুকন
চাও দণ্ডী তামুলী ফুকন
চাও ভৰত বৰুৱা
চাও ৰাজেন হাজৰীকা

**কোষাধ্যক্ষ**
চাও প্ৰশান্ত গগৈ

**মুখ্য সম্পাদক**
চাও যুগল গগৈ

**সম্পাদক মণ্ডলী**
চাও প্ৰদীপ ফুকন
চাও মৃদুল কোঁৱৰ
চাও বিপুল বৰুৱা
চাও ধন গোহাঁই
চাও মিলন গগৈ
চাও ৰাজীৱ বুঢ়া গোঁহাই
নাং ভাৰতী ফুকন
নাং অৰ্চনা গোহাঞি বৰুৱা
চাও হেমেন গগৈ
চাও হেমন্ত বৰগোহাঁই
চাও ক্ষীৰেশ্বৰ গগৈ
চাও বিপুল লাহন
চাও লক্ষ্মণ গগৈ
**কাৰ্যালয় সম্পাদক**
চাও অতুল গগৈ

**পূজা সমিতি**
**তত্বাৱধায়ক**
চাও ৰেৱত গগৈ
চাও প্ৰেম বৰগোহাঁই
**আহ্বায়ক দ্বয়**
চাও গহীন বড়া
চাও নোমল গগৈ
**সদস্য**
চাও চিলেন্দ্ৰ গোহাঁই
চাও জগত গগৈ
চাও মৃদুল লাহন

**খাদ্য সমিতি**
**তত্বাৱধায়ক**
চাও হিটলাৰ দিহিঙ্গীয়া
**আহ্বায়ক...**
চাও বিপ্লব গগৈ

চাও নৃপেন বুঢ়াগোঁহাই
চাও দিনেন গোহাঁই বৰুৱা
চাও তিলক গগৈ (লটি)
চাও প্ৰবীণ গগৈ
চাও হেমচন্দ্ৰ বৰুৱা
চাও ৰিপু গগৈ
**সদস্য-সদস্যা**
নাং অনিমা গগৈ
নাং লখিমাই গগৈ
চাও ধিৰাজ গগৈ
চাও ৰাতুল লাহন
চাও দিবাকৰ গগৈ

**ডাম্-ফী সম্পাদনা সমিতি**
**সভাপতি**
চাও চন্দ্ৰেশ্বৰ দুৱৰা

**সম্পাদক**
ড° কিৰণ ফুকন
**সহযোগী সম্পাদক**
ড° মৃদুল বুঢ়াগোহাঁই
চাও সঞ্জীৱ কোঁৱৰ
**সদস্য/ সদস্যা**
চাও দুলেন কুমাৰ গগৈ
নাং পিংকি কোঁৱৰ
নাং পল্লৱী বৰুৱা

**সাংস্কৃতিক সমিতি**
**আহ্বায়ক মণ্ডলী**
নাং ৰেনুমণি গগৈ
নাং অমিয়া বুঢ়াগোহাঁই
চাও লাচিত কোঁৱৰ
নাং অঞ্জনা গোহাঁই বৰুৱা
নাং জয়া গগৈ
নাং জয়ন্তী গগৈ
চাও সৌৰভ গগৈ

**পৰিবহণ সমিতি**
**আহ্বায়কদ্বয়**
চাও ভিতু সন্দিকৈ
চাও নিলমণি চাংমাই

**ক্ৰীড়া সমিতি**
**আহ্বায়কমণ্ডলী**
চাও ৰাজু গগৈ
চাও লেখন কোঁৱৰ
নাং দৈৱকী চাংমাই দেউৰী

**সাহিত্য সমিতি**
**সম্পাদক**
চাও চুচেনফা গগৈ
**সদস্যা**
নাং কুশলতা বুঢ়াগোহাঁই

**স্বেচ্ছাসেৱক - সেৱিকা উপ-সমিতি**
**আহ্বায়ক মণ্ডলি**
চাও দ্বিপেন গগৈ
চাও বিতোপন গগৈ
**সদস্য/ সদস্যা**
নাং ৰূপালী গগৈ সোনোৱাল
চাও প্ৰশান্ত গগৈ

**প্ৰচাৰ উপ-সমিতি**
**আহ্বায়কদ্বয়**
চাও ধ্ৰুৱজ্যোতি গগৈ
চাও সঞ্জীৱ গোঁহাই (লাটু)
**সদস্য/সদস্যা**
নাং ৰানু ফুকন গগৈ
চাও শৰৎ সন্দিকৈ

**মঞ্চ আৰু পোহৰ উপ-সমিতি**
**আহ্বায়কদ্বয়**
চাও সমীৰণ কোঁৱৰ
চাও অজিত বুঢ়াগোহাঁই

**টাই সংস্কৃতিৰ প্ৰদৰ্শনী ও বিপনী**
**আহ্বায়ক মণ্ডলী**
চাও ওমফ্ৰা চাৰিঙ্গীয়া
চাও ৰঞ্জিত চাওচিং
নাং বুলুমণি গোহাঞি বৰুৱা

## কাৰ্যকৰী সদস্য/সদস্যা

চাও মুনিন ফুকন, নলকটা, চাও সুৰেশ বৰুৱা, ৰোৱৰিশালী, চাও ভুবন বুঢ়াগোঁহাই, বিজয় নগৰ, চাও দুলাল গগৈ, বগলীজান, নাং এনী গগৈ, নকাড়ী, চাও কৃৰ্তিনাথ ফুকন, গোহাই টেকেলা, চাও বিভূতি ভূষণ কোঁৱৰ, নকাড়ী, চাও গিৰিন কোঁৱৰ, নকাড়ী, চাও অৰুণ গগৈ, লামু গাঁও, চাও হেমচন্দ্ৰ বৰুৱা, লামু গাওঁ, চাও ৰূপান্ত হাজৰিকা, নকাড়ী, চাও জীৱন ডেকা, শিঙিমাৰী, চাও নোমল গগৈ, শিঙিমাৰী, চাও অচ্যুৎ গগৈ, মাহৰা, চাও অজিত গগৈ, নকাড়ী, চাও ৰাজীৱ কমল গগৈ, বিজয় নগৰ, চাও ধ্ৰুৱ গগৈ, ৰংপুৰীয়া, চাও হেমন্ত কুমাৰ গগৈ, কৰ্চন, চাও সূৰ্য গগৈ, নলকটা, চাও নীলমণি গগৈ, শান্তিপুৰ, চাও সুৰেশ গোঁহাই, খৰখৰি, চাও ৰাণা কোঁৱৰ, কোঁৱৰ গাঁও, চাও ৰাধা গগৈ, নকাড়ী, চাও অজিত কোঁৱৰ, চকুলীভৰীয়া, চাও জিতু কোঁৱৰ, চকুলীভৰীয়া, চাও প্ৰবীণ ফুকন, চকুলীভৰীয়া, নাং ধনদা ফুকন, চকুলীভৰীয়া, নাং ৰীণা কোঁৱৰ, চকুলীভৰীয়া, চাও ডিপু গোঁহাই, ন-পাম পোতা পুখুৰী, চাও ৰাজেন গোঁহাই, ন-পাম গোঁহাই গাঁও, চাও মুনিন্দ্ৰ দিহিঙ্গীয়া, নলকটা, চাও বীৰেণ গগৈ, নলকটা, চাও অনন্ত বৰুৱা, চটকপুৰ, চাও দিলিপ চেতিয়া, চটকপুৰ, চাও লম্বোদৰ গগৈ, উজ্বলপুৰ, চাও ললিত গগৈ, আহোম গাঁও, চাও ঈশ্বৰ বৰবৰুৱা, চাবতি, চাও দিলিপ গগৈ, দেওবিল বান্তৌ, নাং ৰুণু গগৈ, নতুন ন-পাম, চাও অজিত গোঁহাই, ন-পাম ৰংপুৰীয়া, চাও ভৰত ডেকা, চমুৱা গাঁও, নাং ৰিজুমনি বৰুৱা, চতকপুৰ, নাং মামু বৰবৰা, চতকপুৰ নাং জানমনি গোঁহাই, ন-পাম পোতাপুখুৰী, চাও বিপুল চাংমাই , ন-পাম ৰংপুৰীয়া, চাও বিশ্বজিৎ বৰপাত্ৰগোঁহাই, ন-পাম ৰংপুৰীয়া, চাও জুৰি নেওগ, ন-পাম ৰংপুৰীয়া, নাং ৰিনা গগৈ গোঁহাই, ন-পাম ৰংপুৰীয়া চাও তীৰ্থনাথ বৰুৱা, মাউট গাওঁ, চাও মানিক গগৈ, নতুন ন-পাম, চাও নৱ গগৈ, নতুন ন-পাম নাং ৰশ্মি গগৈ, নতুন ন-পাম নাং কুসুম গগৈ, মাউট গাঁও, নাং ৰূপালী ফুকন, নকাড়ী, নাং বুমনি গগৈ, চেতীয়া গাওঁ, চাও অমৃত কোঁৱৰ, চাও পূৰ্ণানন্দ কোঁৱৰ, কোঁৱৰ গাওঁ, চাও দ্বিপেন কুমাৰ গগৈ, কোঁৱৰ গাওঁ, চাও ধনপতি কোঁৱৰ, বৈচা গাওঁ, চাও লাচিত ডেকা, বৈচা গাওঁ নাং জিনু গগৈ, মৈদমীয়া, নাং মলয়া গগৈ, মৈদমীয় চাও নৱ গগৈ, মৈদমীয় চাও বলিন গগৈ, মৈদমীয় নাং জোনমণি কোঁৱৰ, মাহৰা নাং তুলুমণি গগৈ, মাহৰা, নাং মন্দিৰা গগৈ, উজ্বলপুৰ, নাং বৰ্ণালী বৰুৱা, উজ্বলপুৰ, চাও ফটিক গগৈ, কৰ্চন, চাও তেজু লাহন, কৰ্চন, নাং কল্পনা গোঁহাই, ন-পাম পোতাপুখুৰী, নাং জয়ন্তী হাজৰিকা, মাউট গাঁও, নাং কৰবী বৰুৱা, মাউট গাঁও, চাও আনন্দ হাতীবৰুৱা, চাও অনিল গগৈ, শান্তিপুৰ, চাও ত্ৰিবেন্দ্ৰ গগৈ, শান্তিপুৰ, নাং জয়মতী গগৈ, শান্তিপুৰ নাং জোনালী দিহিঙ্গীয়া, শান্তিপুৰ, চাও বিপুল লাহন, কৰ্চন, চাও ৰোহিত গগৈ, চাও দিপাঙ্কৰ তামুলী ফুকন, চাও মানৱ মোহন গগৈ, সোণাৰী গাওঁ, দিগন্ত গগৈ, সোণাৰী গাওঁ, চাও প্ৰণৱ গগৈ, সোণাৰী গাওঁ, অনন্ত ফুকন, গোৱৰিশালী, অৰুণ লাহন, গোৱৰিশালী, ৰবিৰাম গগৈ, মজৰকুৰি, চাও দেৱজিৎ গগৈ, হাতীলুং বান্তৌ, নাং নিৰদা কোঁৱৰ, আহুচাউল গাঁও, নাং জ্যোতি কোঁৱৰ, আহুচাউল গাঁও, নাং লক্ষী প্ৰভা কোঁৱৰ, আহুচাউল গাঁও, নাং প্ৰতিমা বৰুৱা, আহুচাউল গাঁও, নাং কিৰণ গগৈ,

আহুচাউল গাঁও, চাও পূজা কোঁৱৰ, আহুচাউল গাঁও, শিষ্টাশিখা গগৈ, আহুচাউল গাঁও, কৃষ্ণ কোঁৱৰ, আহুচাউল গাঁও, লক্ষীজ্যোতি কোঁৱৰ, আহুচাউল গাঁও, চাও পুলেন গগৈ, হাতীলুং বান্তৌ, চাও দেৱজিৎ গগৈ, হাতীলুং বান্তৌ, চাও অৰুণ তামুলী ফুকন, হাতীলুং বান্তৌ, নাং পূৰবী তামুলী ফুকন, হাতীলুং বান্তৌ, নাং ৰাণী তামুলী ফুকন, চাও যদুমণি গগৈ, টাউন বান্তৌ, চাও দিগন্ত তামুলী ফুকন, টাউন বান্তৌ, চাও জোন গগৈ, টাউন বান্তৌ, চাও ৰাজেন সন্দিকৈ, হাতীলুং বান্তৌ, চাও মহানন্দ বৰগোহাঁই, গোহাঁই গাওঁ, চাও সঞ্জয় গগৈ, নলকটা, চাও নাৰায়ণ গগৈ, নলকটা, চাও দেৱ গগৈ, নলকটা, চাও কবিন গগৈ, নলকটা, চাও চন্দ্ৰকমল ফুকন, নলকটা, নাং মামনি বৰগোহাঁই, জাপিসজীয়া, মাখনি বৰগোহাঁই, জাপিসজীয়া, ৰাণু বৰগোহাঁই, জাপিসজীয়া, ক্ষীৰদা বৰগোহাঁই, জাপিসজীয়া, নাং নিৰু সন্দিকৈ, জাপিসজীয়া, নাং বিদ্যা গগৈ, জাপিসজীয়া, চাও বিকাশ বৰগোহাঁই, জাপিসজীয়া, ভবানন্দ গগৈ, জাপিসজীয়া, চাও নৃপেন গগৈ, টাউন বান্তৌ, চাও ধীৰেণ গগৈ, চিৰিংচুক, চাও গজেন্দ্ৰ গগৈ, আহোম গাঁও, চাও বিমল গগৈ, আহোম গাঁও, নাং কল্যাণী গগৈ, আহোম গাঁও, নাং ৰেণু গগৈ,আহোম গাঁও, চাও গহীন গগৈ, দেওবিল বান্তৌ, চাও লক্ষীনন্দন গগৈ, দেওবিল বান্তৌ, চাও কিনাৰাম হাজৰিকা, নৰাগাঁও, চাও প্ৰেম হাজৰিকা, নৰাগাঁও, নাং নিৰদা হাজৰিকা, নৰাগাঁও, চাও পদ্ম গগৈ, কদমিয়াল, চাও প্ৰমোদ গগৈ, কদমিয়াল, নাং জিনু গগৈ, কদমিয়াল, চাও গুণকান্ত ফুকন, পহুমৰীয়া বকল, চাও মোহন গগৈ, পহুমৰীয়া বকল, নাং জোনালী ফুকন, পহুমৰীয়া বকল, চাও নীলমণি ফুকন, পহুমৰীয়া বকল, চাও দাদুল দুৱৰা, বৈয়া বকল, চাও গহিন্দ্ৰ নেওগ, বৈয়া বকল, নাং ৰঞ্জিতা দুৱৰা, বৈয়া বকল, চাও নিৰ্মল শইকীয়া, বৈয়া বকল, চাও প্ৰহলাদ ডেকা, খাৰকাতি, চাও মনেশ্বৰ গগৈ, খাৰকাতি, চাও সূৰ্য্য গগৈ, মাউটৰ চুক, চাও ৰুবুল গগৈ, মাউটৰ চুক, চাও গৌতম বৰগোঁহাই, লাহন গাঁও, চাও নৰোত্তম গগৈ, লাহন গাঁও, নাং জুনু গগৈ, লাহন গাঁও, নাং নমিতা লাহন, লাহন গাঁও, নাং ডলি লাহন, লাহন গাঁও, চাও গণেশ গগৈ, কৰ্চন নাং পদুমী গগৈ, কৰ্চন, নাং জেতুকী গগৈ, কৰ্চন, চাও দিলিপ গগৈ, মাজৰগুৰি, চাও লক্ষী গগৈ, মাজৰগুৰি, চাও অমৃত বৰবৰুৱা, ভোগমন শিলিখাগুৰি, চাও চবিন বৰবৰুৱা, ভোগমন শিলিখাগুৰি, নাং বন্দনা নেওগ, নাং গীতা তামুলী, চাও ৰাধা বৰগোহাঁই, চাও চেনীৰাম তামুলী, চিৰিংচুক, চাও কৃষ্ণ গগৈ, মাউট গাঁও, চাও পৰমানন্দ গগৈ, মাউট গাঁও, নাং কৰবী গগৈ, মাউট গাঁও, জ্যোতি হাজৰিকা, মাউট গাঁও, নাং অনুপমা গগৈ, মাউট গাওঁ, নাং জীনা গগৈ, পুতাপুখুৰী, নাং অনুপ্ৰভা গোহাঁই, ন-পাম, চাও মানিক গোহাঁই, তেলাহী বান্তৌ, চাও কুশল গগৈ, তেলাহী বান্তৌ, নাং সোণালী ফুকন, পানীগাওঁ , চাও ৰাজু তামুলী, চাও জ্যোতি প্ৰসাদ কোঁৱৰ, চাও প্ৰশান্ত গগৈ (শৰৎ), নিপন বৰগোহাই, আহুচাউল গাঁও, কমল গগৈ, চৰাইমৰীয়া, যোগমণী কোঁৱৰ, কোঁৱৰ গাঁও, মামণি কোঁৱৰ, কোঁৱৰ গাঁও, খগেশ্বৰী চেতিয়া, কোঁৱৰ গাঁও, জ্যোতি লাহন, কোঁৱৰ গাঁও, মুনমী গগৈ, লাহন গাঁও, বৰ্ণালী গগৈ, কোঁৱৰ গাঁও, অন্নদা গগৈ, নলকটা, গীতাঞ্জলী গগৈ, নকাড়ী, দিপ্তী গগৈ, নকাড়ী, ৰূপা গগৈ, চেতিয়া গাঁও, শুভ বৰা, চেতিয়া গাঁও। ❑ ❑

## উদ্‌যাপন সমিতিৰ মুখ্য বিষয়ববীয়াসকল



চাও ইন্দ্ৰ গগৈ
মুখ্য পৃষ্ঠপোষক



চাও ঘন বুঢ়াগোহাঁই
মুখ্য উপদেষ্টা



চাও গুণ ফুকন
সভাপতি



চাও মোহন গগৈ
কাৰ্যকৰী সভাপতি



চাও যুগল গগৈ
মুখ্য সম্পাদক

## উদ্‌যাপন সমিতিৰ মুখ্য বিষয়ববীয়াসকলৰ একাংশ



